বৰঘৰৰ মেকুৰী সৰু ঘৰলৈ যায়।
ঢাকোন পেলাই পঁইতা খায়।

আগবাৰী শুৱনি কাকিনী তামোলে, পাছবাৰী শুৱনি পাণ।
বৰঘৰ শুৱনি জীয়ৰী ছোৱালী উলিয়াই দিবলৈ টান॥

ঘৰ ছাই নকৰে মূধচ, তাৰ সমান নাই কুন্ধচ।

বৰাৰ ঘৰত তৰাৰ গাঁঠি, বৰা নো থাকিব কেই ৰাতি?

শাল-সোণাৰু, কঁহিৰৰ এফাল।
ইকৰাই বোলে, মই নিতিতিলে যাওঁ কতকাল॥

ঘৰৰ লগত সম্বন্ধ থকা বাক্যাংশ ঃ

ঘৰভঙা, ঘৰসুন্দৰী, ঘৰপতা, ঘৰৰ ঘৈণী, ঘৰ-জোঁৱাই, ঘৰতে শকত, ঘৰচীয়া, ঘৰ-গছকোৱা, ঘৰে-দুৱাৰে খোৱা, ঘাই খুটা, বৰ খুটা, ঘৰ-চপনীয়া ইত্যাদি।

শাও শপনিত প্ৰয়োগ হোৱা বাক্যাংশ ঃ

ভেটি উছন হোৱা, ভেটিত তিতা লাও গজা, মাটিয়ে ভেটিয়ে খন্দা, পোলাকটা চোৰ, ঘৰতে বুঢ়ী হোৱা।

গৃহ নিৰ্ম্মাণ কাৰ্য্যত গাৱঁলীয়া জীৱনৰ কেইবাটাও বৈশিষ্ট্য পৰিলক্ষিত। প্ৰথম, প্ৰাচীন ৰীতিৰ প্ৰতি শ্ৰদ্ধা; পুৰণি পদ্ধতি কেৱল ঘৰৰ আৰ্হি আৰু ঘৰ সজা কাৰ্য্যতে অনুসৰণ কৰা নহয়— ঘৰৰ লগত সম্বন্ধ থকা ভালেমান ক্ৰিয়া-অনুষ্ঠানো পূৰ্ব্বৰ দৰে গাৱঁলীয়া মানুহে আজিও পালন কৰে। দ্বিতীয়তে, ইজন সিজনৰ আৰু কেতিয়াবা সমূহ-গঞাৰ (যেনে, নামঘৰ নিৰ্ম্মাণত) সহায়তহে গৃহ নিৰ্ম্মাণ সম্ভৱপৰ হয়। আগৰ দিনত গঞাই লগ লাগিহে বছৰটোৰ কাৰণে খেৰ, ইকৰা, বেত আদি মাঘ-ফাগুন মাহত হাবিৰ পৰা কাটি আনিছিল। ডেকাৰপৰা বুঢ়ালৈকে সকলোৱে তমাল তুলুৱাবপৰা মূধচ মৰালৈকে ঘৰ সজাৰ সকলো কাম কৰিব পৰাটোও গাৱঁলীয়া স্বাৱলম্বী জীৱনৰ অন্যতম বৈশিষ্ট্য।

## ২. নামঘৰ নিৰ্ম্মাণ

অন্যান্য ঘৰৰ দৰেই অসমৰ বৈষ্ণৱপন্থী গাওঁবিলাকৰ প্ৰায় প্ৰত্যেকখনত একোটিকৈ নামঘৰ আছে। সত্ৰত ইয়াক কীৰ্ত্তনঘৰ বোলে, আৰু জাতীয় ৰঙ্গমঞ্চ আৰু দৈনন্দিন প্ৰাৰ্থনা আদি কামৰ কাৰণে ৰাইজে সমিলমিলভাৱে কৰি লোৱা ঘৰক নামঘৰ বা গোঁসাই ঘৰ বোলে। ৰাজহুৱা কাম কৰাক 'হজ' কৰা বোলা হয়। নামঘৰ সাজোঁতেও ৰাইজে পাল পাতি হজ কৰে। একো একোটি দলে পাল পাতি ইয়াৰ নিৰ্ম্মাণকাৰ্য্য সম্পন্ন কৰে।

নামঘৰ বুলিলে সাধাৰণতে দুটা আৰু কেতিয়াবা একেলগে তিনিটা বা চাৰিটা ঘৰকো বুজায়। সেয়ে হৈছে—বাটচ'ৰা, ছোঁঘৰ আৰু মণিকূট। প্ৰথমতে বাটচ'ৰাটো দুচলীয়াকৈ সৰু কৰি সজা হয়। কোনো কোনো ঠাইত বাটচ'ৰা নাথাকে। কেতিয়াবা তাৰ সলনি সৰুকৈ চালি এখন দিয়া হয়; সেয়ে ঢেঁকেৰী-চালি।

নামঘৰ পূবা-পছিমাকৈ সাজে; পছিমৰ মূৰত এটা টুপ থাকে। টুপৰ কাৰণে বেঁকা মাড়লিকেইডাল বাঁহৰ কামিৰে সাজি তাৰ ওপৰত মৰাপাট বা বেত মেৰিয়াই দিয়া হয়। টুপটো যি ঠাইৰপৰা দিয়া হয়, মূধচৰ সেইখিনিত ঘুৰণীয়া কাঠ এটুকুৰা নাল ৰাখি নালটো মূধচৰ মাড়লিত সুমুৱাই দিয়ে। টুপৰ পিনৰ মূল দুৱাৰখনেই হৈছে মুখ দুৱাৰ। দুৱাৰৰ দুয়োকাষে আৰু ওপৰৰ কাঠত পদুম ফুল, লতা আদি কাটি দিয়ে; তাক মেহৰাজী কৰা বোলে। দুৱাৰত সিংহ কাটি দিলে হয় সিংহদুৱাৰ। আন ফুল, লতা আদি কটা দুৱাৰক ফুল-তেতেলী-কটা দুৱাৰ নাম দিয়া হয়।

সাধাৰণতে নামঘৰ তিনি, পাঁচ বা সাত কোঠালিৰ হয়। টুপৰ ভাগ বাদ দি শেষৰ কোঠালিৰ উত্তৰ বা দক্ষিণ পিনে তিনিটা খুটাৰে ওখ চাং এখনত দবা থয়। বাহিৰৰপৰা ধৰিব পৰাকৈ

দুৱাৰত কলচী আৰু ভিতৰৰপৰা বন্ধ কৰিব পৰাকৈ শলখা লগোৱা হয়। নামঘৰৰ দীঘৰ দুয়োকাষে দিয়া দুৱাৰক 'পেটদুৱাৰ' বোলে।

সাধাৰণতে চ'তিবোৰতো পদুমফুল আদি ফুল কাটি দিয়ে আৰু লাইখুটা থকা বৰচ'তিতে ঘৰ সজাৰ চন তাৰিখ কাটে। দুয়ো কাষে চ'তিত বাঁহ পাৰি আটাল বা চাং সাজি দিয়ে আৰু বেলেগ ছোঁঘৰ নাথাকিলে তাতে ছোঁ-মুখা থয়।

পূবৰপৰা প্ৰথম কোঠালিটো আসনৰ কাৰণে এৰি, দ্বিতীয়বোৰ খুটাৰ উত্তৰৰটোক লাইখুটা বোলে। তাত অধিকাৰ বা গোঁসাই-সকল বহে। তাৰ দক্ষিণে আসনৰ ওচৰতে ব্ৰাহ্মণসকলৰ স্থান। নামঘৰৰ উত্তৰ ফালে আইসকল বহে। লাইখুটা থকা কোঠালিৰ-পৰা ক্ৰমে পছিমফালে সাধাৰণ শ্ৰেণীৰ সকলোৱেই বহিব পাৰে। শৰণ, ভজন আৰু মালাবস্তু লোৱা বা উদাসীন ভকতসকল আৰু অন্যান্য জাতি যথাক্ৰমে আগশাৰী পাবৰ যোগ্য। অনুন্নত শ্ৰেণীৰ সকলক সাধাৰণতে পিছৰ শাৰীত টুপৰ ফালেহে বহিবলৈ দিয়ে।

নামঘৰৰ প্ৰথম কোঠালিত সিংহাসন থাপনা কৰে। কাঠত কটা গৰুড়, হনুমান, লাড়ুৱা-গোপাল আদি মূৰ্ত্তিৰে সেই কোঠালিটো সজোৱা হয়। আসনৰ বাওঁফালে বন্তি লগাবলৈ কাঠৰ, লোহাৰ বা পিতলৰ গছা থাকে। এশ বন্তি জ্বলাব পৰা হেতা-গছা হৈছে শইকীয়া-গছা। ভাওনা আদিত চৌতৰা, মহটা আৰু আৱিয়া জ্বলাই পোহৰৰ ব্যৱস্থা কৰা হয়।

আসন বা সিংহাসন তিনি, পাঁচ, সাত বা ন খলপা কৰি চাৰি চুকে চাৰিটা হাতীৰ ওপৰত সিংহ কাঠত কাটি প্ৰত্যেক খলপাতে লগোৱা হয়। তাতে আসনৰ লেখনিপাট চাৰিখন থাকে। লেখনি-পাটত দশাৱতাৰ বা চতুৰ্বিংশতি অৱতাৰৰ ছবি, অথবা ফুল-লতাৰ ছবি খনিকে হেঙুল-হাইতালেৰে বোলোৱা হয়। লেখনিপাটৰ ওপৰত পাৰণিপাট থোৱা হয়। তাৰ ওপৰত আকৌ সিংহ; লেখনি-পাট আৰু পাৰণিপাটবোৰ দি খলপাবোৰ সজোৱা হয়। নিচেই



ওপৰৰ ভাগৰ পাৰণিপাটত চাৰিচুকে সৰু সৰুকৈ চাৰিটা কাঠৰ খুটি দিয়া হয়; সেই খুটিৰপৰা চিটিকা দি আমৰি ঘৰ বা আমহি ঘৰ সাজে। এই খলপাৰ সমুখৰ দুৱাৰ-মুখৰ দুয়ো কাষৰ থিয় পাট দুখনত দ্বাৰৰক্ষক জয়-বিজয়ৰ ছবি আঁকা হয়। সেই খলপাতে থাপনাৰ পুথি স্থাপন কৰি কাপোৰেৰে ঢাকি থয়। কেউকাষৰ খলপাৰ সমুখৰ ভাগত গোঁসাই কাপোৰ আৰু তাৰ ওপৰত সোণ বা ৰূপৰ ফুল থাকে। গোঁসাই কাপোৰত শিপিনীয়ে নানা ধৰণৰ ফুল, অৱতাৰৰ ৰূপ বা ঘোষা আদি কাপোৰ বওঁতেই তুলি যায়। আমহি ঘৰৰ ওপৰত পিতল, কাঁহ নাইবা কাঠৰ কলচী লগোৱা থাকে। সিংহাসনৰ ওপৰত চন্দ্ৰাতপ আঁৰা হয়। আসনৰ নিচেই তলত শিল বা কাঠৰ ঠকুৱা দিয়ে।

আসনৰ দক্ষিণ ফালে পাঠৰ পুথি আৰু ঠগি বা ঠগা থাকে। ঠগা কেইবা বিধৰো। একে টুকুৰা কাঠৰপৰা দুজপীয়াকৈ কাটি উলিওৱা খন হ'ল জাপ ঠগা। অন্য ঠগাৰ তলত কাছ, তাৰ ওপৰত হাঁতী, তাৰ ওপৰত সিংহ আৰু একেবাৰে ওপৰৰ পাটখন কাঠত কাটি দিয়া হয়। মণিকূট নথকা নামঘৰৰ এই কোঠালিতে মাহ-প্ৰসাদ যোগাৰ কৰা হয়; কাঁহ, তেল, সলিতা আদি নামঘৰৰ যাবতীয় বস্তু এই প্ৰথম কোঠালিটোতে থয়। সাজৰ পিঠাগুড়ি খুন্দা উড়ল, উড়লমাৰি, দলা আৰু গুড়ি চালনীও নামঘৰতে ৰখা হয়।

লাইখুটাৰ পছিমৰ কোঠালিৰ মাজতে শিৰত নাম-লগোৱা বহে। তেওঁৰ সোঁফালে পথালিকৈ মূল দোহাৰ জন আৰু অন্য দোহাৰৰ লোক সকলো তেওঁৰ দৰেই শাৰী পাতি আগলৈ বহে। বাওঁফালেও দোহাৰৰ শাৰী বহে। নাম-লগোৱাৰ পিছতে পালিৰ শাৰী বহে। সেইদৰে অন্যসকলো শাৰী পাতি বহে। গোঁসাইসকলৰ ভিতৰত নামলগোৱা নহলে নামলগোৱাজনৰ উত্তৰ ফালে পথালিকৈ এইদৰে বহিব লাগে ঃ

আসন

O গছা O ঠগা

O লাইখুটা O ব্ৰাহ্মণ

গোঁসাইসকল বা দোহাৰৰ শাৰী { O O O O

O O O O } দোহাৰৰ শাৰী

O মূল দোহাৰ

O

শিৰ

O O O O O

পালিৰ শাৰী

অশৌচ আদি লাগিলে কেচা অশৌচীয়া অৰ্থাৎ এঘাৰ দিন নোযোৱালৈকে যি কোনো মানুহেই টুপৰ ফালেহে মাথোন বহিব পাৰে। মৰা অশৌচ হলে কোনো কোনো ঠাইত এঘাৰ দিন নোযোৱালৈকে নামঘৰত সোমাবলৈ দিয়া নহয়।

ভাওনা আদিত টুপৰ কোঠালি বাদ দি তাৰ আগৰ কোঠালিত গায়ন-বায়ন বহে। মূল গায়নজন বাওঁফালে আৰু পালি গায়ন-সকল তেওঁৰ শাৰীতে যথাক্ৰমে সোঁফালে বহে। মূল বায়নজনো গায়নৰ শাৰীৰ দক্ষিণফালে পথালিকৈ মাজলৈ (উত্তৰলৈ) মুখ কৰি বহে। অন্য বায়নসকল তেওঁৰ শাৰীতে আগলৈ বহি যায়, অথবা উত্তৰফালেও দক্ষিণলৈ মুখ কৰি শাৰী পাতি বহে। মাজখিনি ভাৱৰীয়াৰ কাৰণে মুকলিকৈ ৰখা হয়।

নামঘৰৰ পূৰত নামগোৰা, আসন থোৱা, পুথি-পাঁজি আৰু অন্যান্য লাগতিয়াল বস্তু থকা মণিকূট ঘৰটি ছুচলীয়াকৈ নামঘৰৰ



পথালি কৰি সজা হয়। কোনো কোনো নামঘৰত মণিকূট নাথাকে। নামঘৰত থকাৰ দৰেই মণিকূটতো বেলেগে আসন, গছা, থগা, তাল আদি থাকে। শৰণ, ভজন আৰু মালাবস্তু লোৱা পুৰুষকহে কেৱল মণিকূটৰ ভিতৰত সোমাবলৈ দিয়া হয়; সাধাৰণতে তিৰোতাৰ তাত প্ৰৱেশ নিষেধ।

কোনো কোনো সত্ৰত মণিকূটৰ দৰেই খৰমঘৰ আৰু পদশিলা ঘৰো বেলেগভাৱে থাকে। কোনো কোনো অঞ্চলত ভাৱৰীয়াই সাজ-পাৰ কৰিবলৈ আৰু ছোঁ-মুখা আদি থবলৈ নামঘৰৰ ওচৰতে সৰুকৈ ছোঁ-ঘৰ একোটা সজা হয়।



# সাজ-পাৰ

সভ্যতা-সংস্কৃতিৰ অন্যতম নিৰ্দ্দেশক সাজ-পাৰ আৰু অলঙ্কাৰ-পাতি। জাতিৰ সাজ-পাৰ আৰু তাৰ উপকৰণৰ ওপৰত ভৌগোলিক প্ৰভাৱ আৰু ব্যৱহাৰিক প্ৰয়োজন অস্বীকাৰ কৰিব নোৱাৰি। তথাপি সাজ-পোছাকৰপৰা বৰ্ণ, শ্ৰেণী, বিবাহিত, অবিবাহিত, বয়স, লিঙ্গ—এই প্ৰভেদসমূহৰো সংকেত পায়। পুৰোহিত-ব্ৰাহ্মণ, মহন্ত-সত্ৰাধিকাৰ, বৈৰাগী-সন্ন্যাসীৰ লগত সাধাৰণৰ সাজ-পাৰৰ আজিও পাৰ্থক্য আছে। বিধৱা-সধৱাৰ অথবা বিবাহিত তিৰোতা আৰু পাট-গাভৰু ছোৱালীৰ সাজপাৰ একে নহয়; ধনী-দুখীয়াৰ প্ৰথম পৰিচয় বেশ-ভূষাতে। সাজ-পাৰে যিদৰে শ্ৰেণী-বিভাজন সূচায়, সেইদৰে ব্যক্তিত্বৰ ওপৰতো সাজ-পাৰে বিশিষ্ট মৰ্য্যাদা দিয়ে। এই সাজ-পাৰতেই জাতিৰ শ্লীলতা, আৰ্থিক অৱস্থা, সৌন্দৰ্য্যপ্ৰিয়তা, শিল্পমন, সুকুমাৰ প্ৰতিভাৰ প্ৰকাশ।

ধাৰ্ম্মিক আৰু সামাজিক জীৱনৰ লগতো বস্ত্ৰ-অলঙ্কাৰৰ বিশেষ সম্বন্ধ। পূজা-পাৰ্ব্বণত কেৱল পূজাৰীয়েই নহয়, সেৱকেও পাট, নৱবস্ত্ৰ অথবা ধৌত বস্ত্ৰ পৰিধান কৰিব লাগে। মন্ত্ৰ-সাধনত আৰু কোনো কোনো পূজা-অৰ্চ্চনাত ৰঙা কাপোৰ পিন্ধাৰ নিয়ম। দুৰ্গাপূজাত নতুন কাপোৰ পিন্ধাৰ নিৰ্দ্দেশ কালিকা পুৰাণে দিছে। বিবাহত, ঘাইকৈ প্ৰতিদিনৰ নোৱনিৰ পিছত, দৰা-কন্যা উভয়ে নতুন



বস্ত্ৰ পিন্ধিব লাগে। পুৰণি বস্ত্ৰ আঁতৰাই নতুন বস্ত্ৰেৰে মৃতকৰ দেহ ঢকাৰ বিধি শাস্ত্ৰীয়। গুৰু-গোঁসাই অথবা নামঘৰত সেৱা জনালে কান্ধত চাদৰ বা গামোছা গলবস্ত্ৰ স্বৰূপে লব লাগে।

বস্ত্ৰদান পুণ্য-কাৰ্য্য। দুৰ্গাপূজাত, বহাগ-বিহুত ন-কাপোৰ ব্যৱহাৰ কৰাৰ বাহিৰেও পৰিয়ালবৰ্গ আৰু আত্মীয়-কুটুম্বৰ মাজত বস্ত্ৰৰ আদান-প্ৰদান চলে। পূৰ্ব্বে ৰজা-ঘৰলৈ পঠোৱা সন্দেশ-বাৰ্ত্তাৰ লগত বস্ত্ৰ-অলঙ্কাৰো উপঢৌকন স্বৰূপে পঠোৱা হৈছিল। ভাস্কৰ-বৰ্ম্মাই হৰ্ষবৰ্দ্ধনলৈ পঠোৱা উপঢৌকনৰ ভিতৰত মহামূল্য অলঙ্কাৰ আৰু চিত্ৰ-বিচিত্ৰ পাট-কাপোৰৰ উল্লেখ আছে। আহোম স্বৰ্গদেৱ-সকলে মোগললৈ পঠোৱা উপহাৰৰ ভিতৰত নানা ধৰণৰ বস্ত্ৰ-অলঙ্কাৰ আছিল।

বিবাহ-মৃত্যু অনুষ্ঠানত আৰু বছেৰেকীয়া কৰ হিচাপে গুৰুঘৰলৈ বস্ত্ৰ আগ বঢ়োৱা ৰীতি এতিয়াও প্ৰচলিত। নৱ-বস্ত্ৰ আগ বঢ়াই দৰা-কন্যাই মানীজনক সেৱা জনোৱা অসমীয়া বিবাহৰ প্ৰাসঙ্গিক অনুষ্ঠান।

বস্ত্ৰদান যিদৰে সন্মানৰ কাৰ্য্য, বিৱস্ত্ৰীকৰণ সেইদৰে অসন্মান আৰু অপমানজনক। 'নাঙঠ-কৰিম'—এইষাৰ ডাঙৰ গালি। তিৰোতাক পুৰুষৰ, আৰু পুৰুষক তিৰোতাৰ কাপোৰ পিন্ধোৱাও অসন্মানৰ কথা। অসমীয়া লোক-বচন আৰু সাহিত্যত সাজপাৰ সম্বন্ধীয় বহু উক্তি আৰু বৰ্ণনা আছে। এইবোৰৰ সংকলন হ'লে অসমীয়া মানুহৰ সাজপাৰ সম্বন্ধীয় প্ৰাচীন ধৰণ-কৰণৰ বিষয়ে জনা যাব।

পুৰণি অসমীয়া সাজপাৰৰ বিষয়ে এতিয়ালৈকে আমি নিচেই কম বিৱৰণহে পাইছোঁ। এই বিৱৰণ ঘাইকৈ প্ৰাচীন মূৰ্ত্তি-শিল্পৰ পৰাহে সংগ্ৰহ কৰিব পাৰি। হৰ্ষচৰিত আৰু কালিকাপুৰাণতো কিছু উল্লেখ আছে। এই বিষয়ে A Cultural History of Assam-গ্ৰন্থত আলোচনা কৰা হৈছে। মধ্যযুগৰ অসমীয়া

সাহিত্যত, বিশেষকৈ চিত্ৰ-সম্বলিত পুথিসমূহৰ চিত্ৰৰপৰা বজা, বিষয়া, সাধাৰণ প্ৰজা, সন্ন্যাসী, তিৰোতা, নটী আদি বিভিন্ন শ্ৰেণীৰ মুনিহ-তিৰোতাৰ সাজপাৰ, অলঙ্কাৰ-পাতিৰ আভাস পায়।

ভাৰতৰ অন্যান্য প্ৰদেশৰ দৰে ধোতি বা ধুতিয়েই সৰ্ব্বশ্ৰেণীৰ অসমীয়া মানুহৰ সকলো যুগতে প্ৰধান অধোবাস আছিল। এই ধুতি পিন্ধা পদ্ধতিৰপৰাই মানুহৰ সামাজিক মৰ্য্যাদা নিৰ্ণয় কৰিব পাৰি। খেতিয়ক, গৰখীয়া আদিয়ে নাইৰ তলত ( সম্ভৱতঃ নাইৰ সৌন্দৰ্য্য দৰ্শাবলৈ ; দেওপানীৰ দশম শতিকাৰ বিষ্ণু-মূৰ্ত্তিত নাইৰ তলত ধুতি পিন্ধাৰ ৰীতি দেখা গৈছে ) আৰু আঁঠুৰ ওপৰত পেলাই ধুতি পিন্ধিছিল। কাম-বন কৰোঁতে সুলকি নপৰিবলৈ ধুতিৰ এটা আঁচল কঁকালত টানকৈ মেৰিয়াই বান্ধিছিল ; এয়ে কমৰ বন্ধৰ কাম কৰিছিল। দুই কৰঙনৰ মাজেদি সৰকাই নি অন্যটো আগেৰে পোন্ধ মাৰিছিল। পোন্ধ সম্ভৱতঃ পঞ্চগচ্ছম শব্দৰ ৰূপান্তৰ। এই ৰীতিত পিন্ধা ধুতিয়ে আজিকালিৰ হাফ্‌পেণ্টৰ ৰূপ লৈছিল। সৈনিক আৰু যুজাৰুসকলেও এই ভঙ্গিতে ( মল্লবেশত ) ধুতি পিন্ধিছিল ; ধুতিৰ বাহিৰে তেওঁলোকে কঁকালত কমৰ-বন্ধও মাৰিছিল। প্ৰাচীন সাহিত্যত যোদ্ধাৰ বেশৰ ভিতৰত সন্নাহৰ উল্লেখ আছে। কোনো কোনোৰ মতে সন্নাহ কপাহী কাপোৰেৰে নিৰ্ম্মিত ( a coat of quilted cotton )।

সন্ন্যাসীসকলে কৌপিন পিন্ধিছিল, মূৰত জটা ৰাখিছিল ; কেতিয়াবা তিৰোতাৰ নিচিনাকৈ দীঘল বেণীও গাঁথিছিল।

বিষয়া আৰু মধ্যবিত্ত শ্ৰেণীৰ মানুহে সাধাৰণতে দুই বস্ত্ৰ পৰিধান কৰিছিল। প্ৰধান হ'ল অধোবাস, অৰ্থাৎ ধুতি ; আঁঠুৰ তললৈ নমাই পিন্ধা ধুতিয়ে কেতিয়াবা ভৰিৰ সৰু গাঁঠি স্পৰ্শ কৰিছিল। এয়ে এতিয়াৰ 'গেৰোৱা লেটাই' ধুতি পিন্ধাৰ ৰীতি। ধুতিৰ একাঁচলেৰে সমুখৰ পিনে দীঘলকৈ থোৰ মাৰিছিল। এই প্ৰসঙ্গত হৰ্ষবৰ্দ্ধনক কুমাৰ ভাস্কৰবৰ্ম্মাই বেতৰ জপাত কুণ্ডলী পকোৱা



( অৰ্থাৎ থুৰিওৱা ) কাপোৰ উপহাৰ দিয়া মন কৰিব লগীয়া ( কুণ্ডলী পকোৱা ধুতি আৰু চাদৰ ধনী শ্ৰেণীৰ বঙালীয়ে এতিয়াও ব্যৱহাৰ কৰে )। কেতিয়াবা থোৰ নেমাৰি আগটোৰ সামান্যভাগ সমুখৰ পিনে পূৰণ চিনৰ দৰে গাঁথি বান্ধি থৈছিল (A Cultural History of Assam-অৰ ১২নং চিত্ৰত দেখুওৱাৰ দৰে )। এতিয়াও সাধাৰণ মানুহে এই ভঙ্গিত ধুতি পিন্ধে ( পিন্ধন নেতৰ ধড়া কতি বেঢ়ি ছুলে—বৰগীত )। সৰু লৰা-ছোৱালীয়ে কেৱল কাছনী পিন্ধিছিল।

দ্বিতীয় বস্ত্ৰ হ'ল উত্তৰীয় বা চাদৰ ( পিচৌৰা )। চাদৰ লোৱা ৰীতি কেইবা প্ৰকাৰৰো। সাধাৰণতে ডিঙিত পেলাই ( কেতিয়াবা কুণ্ডলীকৃত কৰি ) দুই বাহুৰ ওপৰেদি সমুখলৈ অনা নিয়ম ( উত্তৰ-ভাৰতীয় তিৰোতাই লোৱা দুপট্টাৰ দৰে )। এই প্ৰথাই শোভা বঢ়ায় ; কিন্তু শৰীৰ আচ্ছাদিত নকৰে। কেতিয়াবা সমুখৰ সোঁ আঁচলটো ঘূৰাই বাওঁ কান্ধত থোৱা হয়। শীতকালত অৱশ্যে সমগ্ৰ শৰীৰতে মেৰাই লোৱাৰ নিয়ম ; এনে ৰীতিত সমুখেদি সোঁ আঁচল বাওঁ কান্ধত আৰু বাওঁ আঁচল সোঁ কান্ধত থোৱা হয়। কেতিয়াবা আঁচল দুটা সমুখলৈ অনা নহয় ; যৎসামান্যভাৱে কান্ধ আৰু ডিঙিত লাগি পিছপিনে ঢৌ খেলি থাকে ( A Cultural History of Assam-ৰ ৩৯ নং চিত্ৰ )।

শিৰোবেষ্টন বা মূৰত বন্ধা বা পিছৰ যুগৰ পাগুৰিৰ বিশেষ প্ৰচলন নাছিল। আহোম-মোগলৰ দিনৰপৰা এই প্ৰথাৰ ব্যাপক প্ৰচলন বুলি অনুমান কৰিব পাৰি। অৱশ্যে কনৌজৰ মেলত ভাস্কৰবৰ্ম্মাই শিৰোবেষ্টনেৰে যোগ দিয়াৰ উল্লেখ আছে ; পুৰণি পুথিত অনেক প্ৰকাৰৰ শিৰোবেষ্টনৰ চিত্ৰ আছে। এইবোৰৰ আকৃতি-প্ৰকৃতি বিশেষ মন কৰিবলগীয়া। বিষয়াসকলৰ বাহিৰে সৈনিকেও মূৰত কাপোৰ বান্ধিছিল। গাৱঁৰ ডেকাসকলৰ মাজত মূৰত গামোছা মৰা প্ৰথা আজিও আছে। গামোছা মূলতে আছিল অঙ্গবস্ত্ৰ ( অঙ্গবস্ত্ৰ>অঙ্গোচ্ছা>গামোছা )। মুছলমান ঐতিহাসিক

কাজিমে অসমীয়া সাধাৰণ মানুহৰ সাজপাৰৰ বিষয়ে উপহাস কৰি উল্লেখ কৰিছে ঃ

The Assamese tie a cloth round their heads and another upon their loins and throw a sheet round their shoulders; but it is not customary to that country to wear turbans, robes, drawers and shoes.

প্ৰাচীন সাহিত্যৰপৰা তিৰোতাই একবস্ত্ৰ শাৰীও পিন্ধিছিল বুলি অনুমান কৰিবৰ থল আছে। অৱশ্যে ধুতি আৰু শাৰী একে বুলি পৰ্য্যায়ৰ পৰিধান। প্ৰাক্‌বৈষ্ণৱ আৰু বৈষ্ণৱ যুগৰ সাহিত্যৰ নানা ঠাইত শাৰীৰ উল্লেখ আছে ( পিন্ধি শাড়ী খোণ্টা জালি )। উজনি নামনি দুয়ো অঞ্চলৰ বিয়ানামত কন্যাৰ সাজ-পাৰ প্ৰসঙ্গত শাৰীৰ উল্লেখ পোৱা যায় ঃ

বাধাই পিন্ধা শাৰীখনত দশাৱতাৰ লেখা।

* * *

যোল্ল হাতৰ শাৰীখনে মেৰ নিব নাটে।

* * *

কৈন্যাৰ মাকৰ শাৰীখনি উপ্তে জালি কটা।

* * *

শাৰী পিন্ধে শাৰী পিন্ধে ভাল মানুহৰ জী।
ভাল কৰি শাৰী পিন্ধে চিকাত গাৰত দি।

মেখলা শব্দ সাধাৰণতে কটিবস্ত্ৰ বুজাবলৈ ব্যৱহৃত হৈছিল ঃ মেখলা শব্দ সাধাৰণতে কটিবস্ত্ৰ বুজাবলৈ ব্যৱহৃত হৈছিল ঃ শিথিল মেখলা খোপা মুখে ঘৰ্ম্মজল। নাচন্তে শৰদ কৰে নূপুৰ মেখল। অথবা, শ্যাম কটি পীত ধতি উৰৱে মেখলা। ৰিহা-মেখেলা এই দুই বস্ত্ৰ তিব্বতী-বৰ্ম্মী অৰ্থাৎ কছাৰী-আহোমৰপৰা অহা বুলি কোনো কোনোৱে ভাবে। কোনো কোনোৱে আকৌ ৰিহা শাৰীৰ ক্ষুদ্ৰ-সংস্কৰণ, আৰু কটিবস্ত্ৰ (মেখলা বা কৰধনি) অধোবাস মেখেলাত পৰিণত হৈছে বুলি অনুমান কৰে। পূৰ্ব্বে ধুতি, ৰিহা, চাদৰৰ



দৰে মেখেলাও নিসীয়া বস্ত্ৰহে আছিল। এইখিনিতে লক্ষ্য কৰিব লগীয়া যে মেখেলাৰ দৰে বস্ত্ৰ অজন্তাৰ নাৰী-চিত্ৰতো দেখা গৈছে। অজন্তাৰ নাৰীৰ দৰে সাধাৰণ অসমীয়া আৰু জনজাতিৰ তিৰোতাই বুকুত মেথনি মাৰি স্তন ঢাকি আঁঠুৰ ওপৰলৈ পেলাই মেখেলা পিন্ধে। এনে ধৰণে পিন্ধা জনজাতীয় তিৰোতাৰ মেখেলাৰ শেল পথালিয়ে নামাৰি দীঘে দীঘে বোৱা হয় ; এই ৰীতি অজন্তা চিত্ৰতো আছে। খামতি তিৰোতাৰ কাপোৰ পিন্ধা প্ৰসঙ্গত Dr. G. S. Ghurye-ও এই সাদৃশ্যলৈ আঙুলিয়াই লিখিছে ঃ

The principal garment is a piece of dark coloured cloth, the mode of wearing which.........reminds one of at least one representation of it in the Ajanta paintings.

উচ্চ শ্ৰেণীৰ তিৰোতাই ভৰিৰ সৰু গাঁঠিলৈকে পেলাই সমুখৰ পিনে দুটামান দীঘল ভাজ ৰখাই মেখেলা পিন্ধে। বুকুৰপৰা কঁকাল-তপিনালৈকে ঘূৰাই ঘূৰাই ৰিহা লয়। ৰিহাই কাঁচলি বা স্তনপট্টৰ কাম কৰে, আৰু ৰিহা লোৱাৰ এই ভঙ্গিমাই পিঠি সম্পূৰ্ণ-ভাৱে আচ্ছাদিত কৰে। পিছ পিনে ৰিহাৰ একাংশই মেখেলাৰ ওপৰত তপিনা টানি ঢাকি ধৰাৰ হেতু বতাহত মেখেলাই ঢৌ খেলিব নোৱাৰে ; তদুপৰি এই প্ৰথাই আধুনিক কৰ্চেটৰ দৰে লাহী কঁকাল আৰু তপিনাৰ বৰ্ত্তুল ৰেখা সুস্পষ্ট কৰে ( এই দুয়োটা নাৰীৰ সৌন্দৰ্য্যৰ লক্ষণ বুলি বিবেচিত )। ৰিহাৰ একাঁচল মেখেলাত খুচি সমুখৰ পিনে সামান্যভাৱে ওলোমাই থোৱা হয় ( প্ৰায় ধুতিৰ থোৱৰ দৰে )। ফুল বছা অথবা গাঁথি দিয়াৰ হেতু ওলমি পৰা এই আঁচলটোৱে আচ্ছাদনৰ শোভা বঢ়ায়। ৰিহাৰ একাংশ কেতিয়াবা ওৰণীৰ দৰেও ব্যৱহৃত হয়। ৰিহাৰ ব্যৱহাৰত শৰীৰৰ ঋজুতা আৰু বিভিন্ন অঙ্গৰ ৰেখাসমূহ ৰমণীয়ভাৱে উদ্ভাসিত হয়। সাধাৰণতে উৎসৱ-অনুষ্ঠানত ৰিহাৰ ওপৰত চাদৰ বা চেলেং লোৱা হয়। ই সৰ্ব্ব-অঙ্গ আচ্ছাদনৰ বস্ত্ৰ। নাৰী-দেহৰ কোনো

অঙ্গই যাতে লোকদৃষ্টিৰ গোচৰীভূত নহয়, সেই ভাৱৰপৰাই অসমীয়া তিৰোতাই চাদৰ-চেলেং ব্যৱহাৰ কৰে। পুৰণি সাহিত্যত অৱশ্যে কাঁচলি বা স্তনপট্ট ব্যৱহাৰৰ উল্লেখ আছেঃ নসম্বৰে বস্ত্র কতো কুচৰ কাঁচলি। হালৈ কৃশ কঙ্কাল স্তনৰো বস্ত্র লড়ৈ, ইত্যাদি।

কেশ-বিন্যাসৰ সৌন্দৰ্য্য দৰ্শাবলৈকে নাৰীয়ে শিৰবস্ত্র ব্যৱহাৰ নকৰিছিল। চুলি বান্ধোতে কোনোৱে কেশপট্ট আৰু কাঁকৈ ব্যৱহাৰ কৰিছিল। অসমীয়া তিৰোতাৰ খোপা বন্ধা ৰীতিৰ অলেখ নিদৰ্শন প্ৰাচীন ভাস্কৰ্য্য আৰু চিত্ৰত দেখা যায়। খোপা ডাঙৰ কৰি দেখুৱাবলৈ আৰু সৌন্দৰ্য্য বঢ়াবলৈ খোপাত ফুলৰ মালা আৰু অলঙ্কাৰ-পাতিও পিন্ধা হৈছিল। অসমীয়াৰ খোপা বন্ধা ৰীতিৰ লগত সৰ্ব্বভাৰতীয় প্ৰাচীন ৰীতিৰ সাদৃশ্য লক্ষ্য কৰিব লগীয়া। খাম্‌তিসকলৰ খোপাৰ প্ৰসঙ্গত Dr. G. S. Ghurye-য়ে লিখিছেঃ

Their (Khamtís) manner of dressing their head is the most remarkable, having evident similarities with those represented in the sculptures of Sanci. The hair is twisted into a knot which projects over the forehead and the white muslin turban is so folded round the head as to leave this projected exposed. The manner of doing the hair adopted by their females too is reminiscent of the sculptures of Mathura, Sanci and Bharhut. Not only do they raise the hair-knot to form the top-knot but also they encircle the roll of hair by embroidered band, the fringed and tasseled ends of which dangle behind.

আহোম যুগৰপৰা অসমীয়া সাজপাৰত বিদেশী প্ৰভাৱ বিশেষ-ভাৱে পৰিলক্ষিত। সম্ভৱতঃ সী লোৱা বস্ত্রৰ ব্যাপক প্ৰচলন এই সময়ৰপৰাই হয়। চোলা (চোলক), এঙ্গা চোলা (আঙ্গিকা), জামা, চোগা-চাপকন, ঘাগ্ৰা (সূত্ৰধাৰীৰ বেশ), জোতা—এইবোৰ ঘাইকৈ আহোম-মোগল দিনৰপৰা চলি অহা সাজপাৰ।

বৃটিছৰ আমোলত ইউৰোপীয় পোছাকৰ প্ৰচলন হ'ল। লগে লগে ইউৰোপীয়, মোগল, ভাৰতীয়, এই তিনিও শ্ৰেণীৰ সাজপাৰৰ



অদ্ভুত সংমিশ্ৰণো ঘটিল। যোৱা মহাসমৰত অসমলৈ অহা আমেৰিকাৰ সৈনিকসকলে অভিনৱ পোছাক, আৰু তাক পিন্ধাৰ নতুন ৰীতিও এৰি থৈ গ'ল।

পূজা-পাৰ্ব্বণ, উৎসৱ-অনুষ্ঠানত ধৌত বস্ত্র অৰ্থাৎ ধোৱা কাপোৰ পিন্ধা নিয়ম। অসমৰ গাঁৱত ধোবা বুলি সুকীয়া শ্ৰেণী নাই। ঘৰ-ঘৰোৱাহ সকলোৱে কাপোৰ-কানি তিৰোতায়েই ধোৱে। পূৰ্ব্বে, এতিয়াও কোনো কোনো অঞ্চলত খাৰণিত সিজাই লৈ—কানি-কাপোৰ ধোৱা হয়। মণি-ছালেৰেও কাপোৰ ধোৱে; গা-মূৰো ধোৱা হয়। তিৰোতাই সাধাৰণতে মাটি মাহ বটি তাত ঔ-বীজ মিহলাই মূৰ, চুলি ধোৱে।

"অসমীয়া ভাষা আৰু সংস্কৃতি" গ্ৰন্থত অসমীয়া অলঙ্কাৰৰ বিষয়ে লিখা হৈছে; গতিকে সেই বিষয়ে ইয়াত পুনৰ-আলোচনা কৰা নহ'ল। অৱশ্যে অসমীয়া অলঙ্কাৰৰ কিছু নিদৰ্শন এই পুথিৰ শেষত দিয়া হৈছে।



# খোৱা-বোৱা

ভৌগোলিক পৰিৱেশে যে জাতিৰ আহাৰৰ তালিকা নিৰ্ণয় কৰে, আৰু আহাৰৰ বিষয়ত গাৱঁলীয়া মানুহ যে ৰক্ষণশীল,—এই কথা পূৰ্ব্বৰ এক আধ্যাত কোৱা হৈছে। অৱশ্যে পাৰিপাৰ্শ্বিক অৱস্থা জয় কৰা মানুহ মাত্ৰৰে ইচ্ছা। সেই কাৰণে পানী যোগানৰ নানা বাধা-বিঘিনি অতিক্ৰম কৰিও জনজাতিসকলে পৰ্ব্বতৰ ওপৰত ধান-খেতি কৰিছে; তাৰে ফলত তেওঁলোকৰ বহুকলীয়া আহাৰ প্ৰথাৰো পৰিবৰ্ত্তন হৈছে; মাছ, মঙহ, ফল-মূলৰ লগত ভাত প্ৰধান আহাৰ হৈ পৰিছে।

তদুপৰি কেতিয়া কোন বস্তুৱে মানুহৰ মন আকৰ্ষণ কৰে কোৱা টান; কেতিয়াবা অকস্মাতে বাহিৰৰপৰা অহা বস্তু মানুহে সাদৰে গ্ৰহণ কৰে। ব্ৰহ্ম বা তিব্বতৰপৰা অহা গোমধান (ইয়াৰ সৰ্ব্ব-ভাৰতীয় ভুট্টা নামে ভোট দেশৰপৰা প্ৰৱজনৰ ইঙ্গিত দিয়ে) হঠাতে লুচাই পাহাৰৰ প্ৰধান খেতি হৈ মিজোসকলৰ খাদ্য-তালিকাত সোমাল। সেইদৰে ধপাত আৰু চাহ অসমীয়া আহাৰৰ নিত্য সামগ্ৰী। অসমীয়া খাদ্য-তালিকাত যে ওচৰ-চুবুৰীয়া দেশ আৰু জাতি-উপজাতিৰ দান আছে তাক কিছুমান শাক-পাচলিৰ নামৰ-পৰা অনুমান কৰিব পাৰি। তাৰে কেতবোৰ হৈছে—মানকচু,



মানধনীয়া, মানলাই, মানধপাত, মৰাণ-আদা, নৰা-বগৰি, নৰা-তগৰ, নৰা-মাহ, ভোট-জলকীয়া, ভোট-মনোহৰ, ভোট-লাই, ভোট বেঙেনা চেনিচম্পা, নগা-জেনেৰু, নগা-পাণ, নগা-চকলা, নগা-ওদালি, মিৰি-মাহ, মিৰি-আলু, চুটিয়া-লফা, গাৰো মাহ, ডফলা মাহ ইত্যাদি।

আদিম মানুহে আহাৰ পোনপটীয়াভাৱে প্ৰকৃতিৰপৰা সংগ্ৰহ কৰিছিল। প্ৰথমে পশু-পক্ষী, মাছ-কাছ চিকাৰ কৰি বৰ্ত্তিছিল; পিছত বনৰ জন্তুক ঘৰচীয়া কৰি ঘৰতে পুহি তাৰ বংশ বৃদ্ধিৰ কৌশল উলিয়ালে; গাৱঁৰ কাষতে পুখুৰী খান্দি মাছ-পুঠী পোহা হ'ল। ফলমূল আহৰণৰ ক্ষেত্ৰতো নতুন কৌশলৰ সৃষ্টি হ'ল। কৃষি-জ্ঞান লাভৰ পিছত খেতি-বাতি কৰি বিবিধ খাদ্য-শস্য আনকি অবতৰতো উৎপন্ন কৰিবলৈ সক্ষম হ'ল। গাৱঁৰ মানুহৰ মাজত অৱশ্যে খাদ্য সংগ্ৰহৰ এই দুই প্ৰথা সমান্তৰালভাৱে আজিও চলি আছে। পূৰ্ব্বৰ দৰে তেওঁলোকে মঙহৰ কাৰণে আজিও দল বান্ধি হাবিত চিকাৰ কৰে; নৈ জান জুৰিত নানা বুদ্ধি-কৌশলেৰে মাছ ধৰে। সেইদৰে বাৰীৰ শাক-পাচলিৰ বাহিৰেও কচু, ঢেকীয়া, মৰলীয়া, মানিমুনি, মালভোগ, মছন্দৰী, ভতুৱা, কলমৌ আদি বিবিধ শাক হাবি বননিৰপৰা সংগ্ৰহ কৰে। এই প্ৰসঙ্গত কোনো কোনো অসমীয়া শাক-পাচলিৰ দুটা নাম তাৎপৰ্য্যপূৰ্ণ; ইয়াৰে এটা বনৰীয়া, অন্যটো কৃষিজাত। যেনেঃ বন কেৰেলা, বন তিয়ঁহ, বন আদা, বন আফু, বন আম, বন তিল, বন জালুক, বন জলকীয়া, বন নহৰু, বন বগৰী, বন পুৰৈ, বন মালা, বন মেথী, বন সৰিয়হ বন যনী, বন হালধি, বন পিপলি, ইত্যাদি। আকৌ, বিয়নী-সাৰটা, চাল-কুঁৰৰী, উলু-কুঁৰৰী, কুঁৰৰী-আলু, নিলাজী বন, বাঘ-চোৱাত, ৰাই-বাঘিনী, ছাগলী-শিঙীয়া, হাঁহ-ঠেঙীয়া (কাঁথি-কুঁৰৰী), কুকুৰা ঠেঙীয়া (মাটি-কাছুৰি), কেঁকোৰা-শিঙীয়া, হাঁতী-শুঁৰীয়া, যম লাখুটি, যাত্ৰা-সিদ্ধ, কাম-তাল উৰহী, জপা-পেটাৰি, জাপৰি-

আলু,—শাক-পাচলিৰ এনে এশ এটা নাম শব্দতত্ত্বৰ পিনৰপৰা বিশেষ অৰ্থব্যঞ্জক।

খাদ্য সংগ্ৰহৰ এই প্ৰাচীন ৰীতি আজিও চলি থকাৰ হেতু গাৱঁলীয়া মুনিহ-তিৰোতা লৰা-ছোৱালীৰ প্ৰকৃতিৰ লগত ঘনিষ্ঠ পৰিচয় ঘটিছে। তাৰে ফলত প্ৰাণীবিদ্যা, উদ্ভিদবিদ্যা অধ্যয়ন নকৰাকৈয়ে তেওঁলোকে জীৱ-জন্তু, গছ-গছনি, ফল-ফুলৰ বিষয়ে সাধাৰণ জ্ঞান লাভ কৰে। এইবোৰৰ গুণাগুণ আৰু বিভিন্ন ৰোগত তাৰ প্ৰয়োগ-বিধিও তেওঁলোকে জানে; বনদৰৱ স্বৰূপে এইবোৰ সদাসৰ্ব্বদা ৰোগ-ব্যাধিত ব্যৱহাৰো কৰে। প্ৰকৃতিৰ বহু সামগ্ৰী ঘৰুৱা জীৱনত অপৰিহাৰ্য্য হোৱাৰ হেতু প্ৰকৃতিৰ প্ৰতি গাৱঁলীয়া মানুহৰ সহজ সমাদৰ আৰু সহানুভূতি'

জাতি-বৰ্ণ-নিৰ্ব্বিশেষে অসমীয়া মানুহে আমিষ আহাৰ কৰে। ব্ৰাহ্মণৰ বাহিৰে অন্য বৰ্ণৰ বিধৱায়ো আমিষ ভোজন কৰে। অসমীয়া আহাৰৰ ভিতৰত আৰৈ অখুৱা চাউলৰ ভাতেই হ'ল মূল। অভাৱ অনাটনত খুদ চাউলৰ ভাতো খোৱা হয়। অসমীয়া জীৱনত ধান-চাউলৰ মূল্যৰ বিষয়ে পূৰ্ব্বে আলোচনা কৰা হৈছে। আহু, শালি, বাও—এই তিনিৰূপে অনেক বিধৰ ধান খেতি কৰা হয়। ধানৰ অসংখ্য নামেই এই খেতিৰ প্ৰাধান্য সূচায়। বিভিন্ন অঞ্চলৰ-পৰা সংগ্ৰহ কৰা ধানৰ তলৰ নামবোৰৰ অধ্যয়ন কেৱল মনোৰঞ্জকেই নহয়, তাৎপৰ্য্যপূৰ্ণও। এইবোৰ হৈছে— বগা জহা, ক'লা জহা, মাগুৰি, জহা, টুনি জহা, শালি জহা, খৰিকা জহা, মাণিকী-মধুৰী জহা, মালভোগ জহা, প্ৰসাদভোগ, নবাবী জহা, কুণকুণি জহা, গোবিন্দ তুলসী, জেঙ্গনি, জাহিঙ্গা, পাৰু জাহিঙ্গা, বোকা জাহিঙ্গা, মঠঙ্গা, বৰ মঠঙ্গা, শিলগুৰি, দলকাছ, কৰচালি, পাখীচকৰি, চৰাইবুলি, বগীতৰা, নেকেৰা, বাটকপাহী, চকোৱা, ধনখোৱা, বৰ সুৱাগমুৰী, সৰু সুৱাগমুৰী, সুৱাগমণি, পাৰচকুৱা, মাগুৰি, ভোগ মাগুৰি, ক'লা মাগুৰি, ধুচুৰি, বগাসাগৰ, ক'লাসাগৰ, আমনা, নেঘেৰী, বৰ



নেঘেৰী, নেঘেৰী টেমা, সৰু গেন্ধেলি টেমা, মলসৰ, কাতিনেউলী, জেংগুৰি, ৰূপহী, মটঙা, বৰ খামতী, মৌগুটীয়া, কটাৰিডবুৱা, কণাই মলখু, সৰু চকুৱা, বৰ চকুৱা, জোৱাই কমলা, বুঢ়ামণি, ইন্দুনাৰায়ণ, অগ্নিশালি, আখিশালি, বৰশালি, লাহিশালি, কলাশালি, বগাশালি, মুগীশালি, ৰঙাশালি, পাখীশালি, হালধৰমৰশালি, চকোৱাশালি, কাতিশালি, হাতীশালি, সাগৰশালি, নগাশালি, আহোমশালি, কছাৰিশালি, গাৰোশালি, ৰমশালি, আহুবৰা, লঠৌবৰা, টাঙোন বৰা, পঁইতাবৰা, চকোৱাবৰা, কলাবৰা, গমিৰিবৰা, মিৰিবৰা, বকুলবৰা, পাখৰিবৰা, কোমল, চিংফৌ কোমল ইত্যাদি।

ধানৰ আকাৰ প্ৰকাৰ, স্বাদ গুণৰ সম্বন্ধে জনোৱাৰ উপৰিও, এই নামবোৰ অসমীয়া মানুহৰ নামৰ সৌন্দৰ্য্য-প্ৰীতিৰ নিদৰ্শক। কিছুমান নামত জনজাতিৰ কৃষি ইতিহাস লুকাই আছে। আৰৈ আৰু অখুৱা চাউলৰ ভিতৰত আৰৈৰ ব্যৱহাৰ ব্যাপক; আৰৈ চাউলক পৱিত্ৰ বুলি গণ্য কৰি পূজা-পাৰ্ব্বণত লগোৱা হয়।

তপত ভাতৰ বাহিৰেও (তপত ভাতক নথবা ৰাখি) বাহী, পঁইতা, কৰ্কৰা বা জকৰা ভাতো খোৱা হয়। কিন্তু "পঁইতা পাল-মৰা, কৰ্কৰা লৰমৰা, তপত দিনটোলৈ গাটো শকত"; পঁইতাই মাকৰ গাখীৰৰ দৰে গা জুৰ পেলায়ঃ আইৰে শপনি পঁইতা পোতনি। পঁইতাৰ লগত পোৱামাছ, পোৰা আলু-বেঙেনা, পকাতেল, কাঁহুদি-খাৰলি, জুতিলগা উপকৰণ।

অসমীয়া জা-জলপানো ধান-চাউলৰপৰাই প্ৰস্তুত কৰা হয়। লোক-সাহিত্য আৰু পুৰণি সাহিত্যত অসমীয়া জা-জলপানৰ মনোৰম উল্লেখ আছে। ইয়াৰ ভিতৰত চিড়া, মুৰি, মুৰিৰ লাড়ু, আখৈ, আখৈলাড়ু বা মোৱা লাড়ু (বৰগীতত আছে, গোট জামুৰিকা আৰু মোৱা লাড়ু), মোদক (নৱনীমোদক ঘৃত দৈলা ভাৰে ভাৰে), সান্দহ, গোটকৰাই, ডেৱাভজা, পিঠাগুৰি, কোমল চাউল আৰু পিঠাই প্ৰধান। বৰগীতত মিঠাইৰ উল্লেখ আছে—"একু গোৱাৰিণী

মাতিয়া হামাকু, দেলহু বুলি মিঠাই।" বিচিত্ৰ স্বাদ আৰু বিভিন্ন সাঁচৰ পিঠাৰ ভিতৰত তিল দিয়া বা খোলাচপৰীয়া পিঠা (খোলাত চপৰিয়াই সজা হয়), ঘিলা পিঠা, টেকেলি পিঠা, ফেনী পিঠা, পানী পিঠা, সুতলী পিঠা, লাওপিঠা, কলপিঠা, উৰহীয়া পিঠা, জকাই পিঠা, নাঙল পিঠা, চুঙাপিঠা (এই নামবোৰত পিঠাৰ গঢ়ৰ ইঙ্গিত আছে)। কল, কঠাল, আম, লাও, কুঁহিয়াৰৰ ৰস মিহলাই অথবা গুৰ দি পিঠা ভজা-পোৰা হয়। গাখীৰ তপতাই ঘন কৰি খীৰ আৰু খীৰৰ লাড় কৰা হয়ঃ খীৰৰ লাড় সাজি দিবো চেনি দৈ মাখি। গাখীৰত চাউল সিজাই কৰা পায়স পৰমান্ন বুলি বিবেচিত। সা-সবাহ আৰু সমূহীয়া ভোজনত পৰমান্ন উৎকৃষ্ট জলপান। গাখীৰ-চেনিৰ লগত কর্পূৰ জাইফল আদি গন্ধদ্ৰব্য পৰমান্নত দিয়া হয় (বহুবিধ সংযোগে সাজিলো পৰমান্ন)। অন্যান্য জলপানো গাখীৰ-দৈৰ লগত সানি-পুতকি খোৱা হয়; বিশেষকৈ কোমল চাউল বা বোকা চাউল আৰু পিঠাগুৰিৰ লগত। গাখীৰ পিঠাগুৰি, আঠীয়া-কলেৰে কৰা লুথৰি কেচুৱাৰ উৎকৃষ্ট খাদ্য। দৈ, কোমল চাউল, গুৰ, বিয়া-সবাহ প্ৰীতি উৎসৱত তৃপ্তিকৰ জলপান। সবাহত কোমল বা বোকা চাউলৰ পৰিবৰ্ত্তে দৈ কল আৰৈ চাউল মিহলাই গোপালভোগ কৰিও আগ বঢ়োৱা হয়।

ফলাহাৰো জা-জলপানৰ ভিতৰুৱা। নামঘৰত আগবঢ়োৱা মাহ-প্ৰসাদৰ শৰাইত জাতীয় বৈশিষ্ট্য লক্ষ্য কৰিব পাৰি। অন্য প্ৰদেশৰ লোকে পূজা-অৰ্চ্চনাত অসমীয়াৰ দৰে মগু মাটি মাহ নলগায়; তেওঁলোকৰ গাঁজি প্ৰসাদ আগবঢ়োৱাৰ প্ৰথা নাই। অসমীয়া লৰা-ছোৱালীৰ প্ৰিয় কেতবোৰ ফল-মূল হৈছেঃ কল (মালভোগ, মনোহৰ, ভোট মনোহৰ, চেনী চম্পা, সোন্দা, সেন্দুৰীয়া, আঠীয়া কল), কঠাল, আম, লেটেকু পনিয়াল, কৰ্দৈ-কৰ্জ্জা, জৰা-জেনেৰু, ৰবাব, সুমথিৰা, নাৰিকল, টেপৰ, জলফাই, অমৰা, তেঁতেলী, বগৰী, নৰা-বগৰী, আমলখি, পৰামলখি, বকুলৰ



পকা গুটি, চোঁৱা গুটি, কোটকোৰা, জামু, বগী জামু, মধুৰিআম, অমিতা, মৌ-ডিমৰু, মাহী থেকেৰা, খেৰেজু, টোলোঠা পকা, নুনি, ঔ (পকা ঔৰ বখলা নিমখৰ সৈতে অথবা গুৰৰ পাগত সিজাই খায়), তিয়হ, বাঙি-ছিৰাল, মধু-আলু, মিঠা আলু (গৰীয়া আলু), মোৱা আলু, গৰু-খিচ (মাটি কমলা), পদুমৰ চকা, চেচোঁৰ, শিঙৰি, শেলেকু, বিভিন্ন ধৰণৰ মাহ (কটাৰী ডবুৱা, লেছেৰা মাহ), পথাৰৰ পৰা গছে সৈতে তুলি অনা মগু আৰু মাটি মাহ।

ভাতৰ লগত বিভিন্ন ব্যঞ্জন খোৱাৰ ব্যৱস্থা আছে। উপকৰণ আৰু ৰন্ধন অনুযায়ী এই ব্যঞ্জনসমূহক টেঙা, তিতা, খাৰ—এই তিনি পৰ্য্যায়ত ভাগ কৰিব পাৰি। টেঙা আঞ্জাৰ শাক-পাচলিৰ ভিতৰত লফা, চুকা, চাঙেৰি, কচু, কচুশাক, ঢেকীয়া, মাটিকাহুৰি, মধুসোলেং, মৰাশাক, কলমৌ, খুতৰীয়া। ইয়াৰ লগত ঔ, তেঁতেলী, জলপাই, কৰ্দৈ বগৰি, অমৰা, কৰ্জ্জা, কেঁচা থেকেৰা, শুকান থেকেৰা, টেঙাৰ (বহুবিধ) ৰস দিয়া হয়। ইয়াৰ লগত মাছ থাকিবই। সাধাৰণ প্ৰবচনত আছেঃ

মাছে গৰকা পাচলি খাবা।
শাহুৰে গৰকা বোৱাৰী বাবা।

টেঙা শাকৰ লগত কি কি মাছৰ মিল সেই সম্বন্ধীয়া লোকজ্ঞান মানুহৰ মুখে মুখেঃ

চেঙ্গা চেঙ্গেলি জামিৰৰ ৰসে।
কাঁহুদি দিয়া যেবে পৰশে॥
কচ বচ চিতলৰ আদখান।
লেমু লোণ দি বুজি পৰিমাণ॥

*  *  *

জামিৰ সোলং দিয়া লফাৰ আমোল।

*  *  *

বগৰী ৰসত চিনি কণ্ড মিসলাইব।
পকা তেঁতেলী গুড় ৰস আনি দিব॥

* * *

বুঢ়া বৰালি পকা তেঁতেলী।

তিতা খোৱাৰ প্ৰসঙ্গত প্ৰাচীন ৰন্ধন-প্ৰকৰণত আছে—“আঠে পখে খাবা তিতা।” অথবা “আঠত তিতা দাঁতত লোণ, উদৰৰ ভৰিবা তিনি কোণ।” শোকোতা, তিতাফুল, দোৰোণ ফুল আৰু আগ, শুকলতি, বেতগাজ, নৰসিংহ, তিতাকেৰেলা, হেলঞ্চি, ভেকুৰি তিতা, শেৱালী ফুল আৰু পাত, হাততে পোৱা তিতা ব্যঞ্জনৰ পাচলি। তিতা ব্যঞ্জনত সাধাৰণতে মাছৰ ব্যৱহাৰ নহয়। এই প্ৰসঙ্গত বহাগ মাহৰ শেষত চেবা-বিহুৰ দিনা সাত তিতা খোৱাৰ প্ৰথা মন কৰিবলগীয়া।

খাবৰ প্ৰতি অসমীয়া মানুহৰ অধিক প্ৰীতি হোৱাৰ কাৰণে 'খাৰ-খোৱা অসমীয়া' বিদ্ৰূপ বাক্যত পৰিণত হৈছে। অসমীয়া প্ৰবাদত আছে ঃ ক বুলিব নেজানে ৰত্নাৱলী চায়, পচলা খাৰৰ জুতি নেজানে ভোজ বান্ধিবলৈ যায়। মুছলমান ঐতিহাসিক আৰু বিদেশী পৰ্য্যটক বাণিয়াৰেও অসমীয়া মানুহৰ খাৰ খোৱাৰ প্ৰথাৰ বিষয়ে বহলাই বৰ্ণনা কৰি গৈছে। খাৰ দুবিধ ঃ—সংখাৰ আৰু কলাখাৰ। সংখাৰ দলনিত হোৱা শাকৰপৰা যুগুত কৰা হয়; কলাখাৰ কলগছৰপৰা কৰা হয়। দুয়োবিধ খাৰ বিবিধ যতনেৰে কাতি মাহত তৈয়াৰ কৰা হয়। সংখাৰৰ ছাই খাৰণিৰ দৰে সৰাই মাটিৰ চৰুত বহী (ৰস) পগোৱাৰ দৰে পগাই কলহত ভৰাই থলে গুৰৰ দৰে গোট মাৰে। সেইকাৰণে ইয়াক ডখৰা খাৰো বোলে। পূৰ্ব্বে এই খাৰ লোণৰ পৰিবৰ্ত্তে ব্যৱহাৰ হৈছিল। অকল খাৰণিৰেও ভাত খোৱা হয় (অমৃতক এৰি কোনে খাৰ পানী খায়)। ইয়াৰ উপৰিও আঠীয়াকলৰ বাকলি শুকুৱাই পুৰিও খাৰ কৰে। মাটিমাহ,



কোমোৰা আৰু বৰালি মাছৰ খাৰৰ ব্যঞ্জন গাৱঁলীয়া ভোজত বিশেষ প্ৰচলন। গিয়াতালি ভোজত মাটিমাহৰ খাৰ পৰিবেশন বিধিসম্মত। পচলা (কলগছৰ) অন্যতম মুখৰোচক খাৰ ব্যঞ্জন। আদখৰীয়াৰ (অৰ্দ্ধ+ক্ষাৰ) খাৰৰ লগত নামৰ সামঞ্জস্য থাকিলেও প্ৰকৃততে ই খাৰ নহয়; ঈষৎ জলা ব্যঞ্জন। আধুনিক জোলৰ দৰে ই অতি সৰবৰহী ব্যঞ্জন। মাছ মঙহ আৰু বহুবিধ খাৰধি-পাচলি মিহলাই এই ব্যঞ্জন ৰন্ধা হয়। সাধাৰণতে এই ব্যঞ্জনত প্ৰয়োগ হোৱা পাচলিৰ ভিতৰত—লাই (সৰিয়হ জাতীয় শাক), পালেং, বাবৰি, মনোৱা, মৰলীয়া, কলমৌ, চোৰাতৰ আগ, পোৰোলা-শাক (পোৰোলা শাক ৰোহিত মাছ, ডাকে বোলে সেহি ব্যঞ্জন সাঁচ), কচু, লাও, কোমোৰা, জিকা, ধুন্দুলি ভোল, বেঙেনা, বিভিন্ন ধৰণৰ আলু (কাঠ আলু, মোৱা আলু, লতা আলু, আহিনা আলু ইত্যাদি) কচু, উৰহী আৰু মাহ (লেচেৰা, কটাৰীডবুৱা ইত্যাদি)। মাছ-মঙহৰ ৰন্ধন ৰীতি কেইটিমান হৈছে ঃ

কচে বচে বেস্থৰাৰি শৌলে মূলে সঙ্গ।
ডৰিকে বেঙ্গনে আড়িমাছত পালঙ্গ॥

* * *

পাৰাৱত আনি কৰিবেক তাল।
কচ্ছপৰ মাংসত দিবেক বৰকাল॥

* * *

হৰিণৰ মাংস সমে হিঙ্গৰ ফোটন।
ৰম্ভামূলে বৰাহৰ মাংস বিতোপন॥

মাহৰ (ডাইল) বেলেগ ব্যঞ্জনো ৰন্ধা হয়। পূৰ্ব্বে মগু মাটি আৰু কলামাহৰেই অধিক প্ৰচলন আছিল; আজিকালি সেই ঠাই মচুৰ ডালিয়ে লৈছে। পুৰণি পুথিত ডাইল ৰন্ধা প্ৰকৰণত আছে ঃ

মগুৰ ডালিত ঘৃত চিনি চুড়া দিল।
আতি ভাল কৰি তাক মসুৰে বান্ধিল।
আদা লোণ যনী জিৰা মৰিচক দিল॥

মাছৰ মূৰিঘণ্টতো ডাইল আৰু চাউল দিয়া হয়ঃ ববালিৰ ঘাণ্টি লাড়ি মৎস্যত মসুৰ।

জাল ব্যঞ্জনত জালুক জলকীয়া প্ৰয়োগ হয়। সন্তানৱতী তিৰোতাক জাল খুওৱা নিয়ম। ডাকৰ বচনত আছেঃ

লোণ জালুকেৰে খুৱাবা জাল।
তেবে স্তন ৰস হৈবে ভাল॥

সন্তান জন্মহোৱাৰ পিচত গাৱঁত এতিয়াও কচুঠোৰত জালুকৰ জাল দি পোৱাতীক খুৱায়। পাৰৰ লগত কচুঠোৰ আৰু জালুক মিহলাই বন্ধা আঞ্জা সন্তানৱতী তিৰোতাৰ নাড়ী-শুকনি ব্যঞ্জন। জালখোৱা প্ৰসঙ্গতঃ

নাগিনীয়ে লৰা পায়।
নগাই জাল খায়॥

—এই বিদ্ৰূপাত্মক যোজনা ফাঁকি মন কৰিবলগীয়া।

'লাতুমণি'ৰ সাধু এটাত শ্ৰীবেণুধৰ শৰ্মাই শাহুৱেকে ন-জোৱাঁইৰ কাৰণে বন্ধা ব্যঞ্জনৰ মনোৰম তালিকা এটি দিছেঃ

......"বেৰা-কাঁহীত মাণিকি-মধুৰি জহা-চাউলৰ ভাত ম-ম কৰে গোন্ধাই আছে; চাবদিয়া গাখীৰৰ থমা-দৈ, ৰহ দিয়া সোন্দাকল গোন্ধত আমোলমোলাই আছে। আমৰ মল, শ'ল মাছৰ জলা আঞ্জা, উঁৰিকে-বেঙেনাই ভজা, মৰঠী পুঠীৰ চৰ্চৰীয়া, পোৰা বেত-গাজ আৰু ভেঁকুৰি-গুটিৰে পাতত দিয়া মোৰা-উঁৰিকণাৰ পিটিকা, ভূতমূলাৰ খাৰণি, মহানিম-শেৱালি ফুলৰ পাতৰ আৰু বৰকলা মাহৰ বৰ—এইবোৰেই কাঁহী-দাঁতিৰ বাটিত ভৰি ভৰি আছে। বানৰ দাঁতিত বাটিয়ে বাটিয়ে ঔ-টেঙা দিয়া



লফাশাক কাৰৈমাছৰ আঞ্জা, পকা-খৰিচা দি বন্ধা লুথুৰী, পাভ-মাছৰ থপথপীয়া জোল আৰু আদাপাত-গান্ধকচু মিহলাই সিজোৱা মাটিমাহৰ টেঙাই মোক-খা মোক-খাকৈ আছে। 'মধুৰেণ সমাপয়েৎ" কৰিবলৈ পায়স-পৰমান্ন এৱাঁ-গাখীৰ মৌজোলো বাটিত চপচপীয়াকৈ যতাই থোৱা আছে।"

ৰোগ-ব্যাধি নিবাৰণ আৰু শৰীৰৰ শক্তি বঢ়াবলৈ বেলেগ বেলেগ শাক-পাচলি, মাছ-মঙহৰ মুখৰোচক ব্যঞ্জন বন্ধা হয়। এইবোৰত ব্যৱহাৰ কৰা শাক-পাচলিৰ ভিতৰত হৈছে ভেদাই, মানিমুনি, পৰ্নৌনৱা, হেলচি, মাটিকাছুৰি, হাঁহঠেঙীয়া শাক, ভূতমূলা, নিমপাত, নৰসিংহ, পোৰোলা শাক, ডিমৰু, পুৰাকল, কুজীথেকেৰা, কৰ্দ্দৈ ইত্যাদি। মাছৰ ভিতৰত কাৰৈ, গৰৈ, শ'ল, মাগুৰ আদি বোকাৰ মাছ বিশেষ উপকাৰী।

পুৰণি অসমীয়া বন্ধন-প্ৰকৰণত পঁচিশ আৰু পঞ্চাশ ব্যঞ্জনৰ তালিকা আছে। একে ধৰণৰ পাচলি-খাৰধি, মাছ-মঙহ কণীৰ (চৰাই আৰু কাছৰ) লগত ভিন ভিন উপকৰণ আৰু বিভিন্ন প্ৰণালীত পঞ্চাশ ব্যঞ্জন বন্ধা হয়। ব্যঞ্জনৰ স্বাদ লোণৰ ওপৰত নিৰ্ভৰ কৰেঃ

হালধি মচলা দিলো বাতি।
লোণ নহৈ কৰিলে মাটি॥

আকৌ—'পাতত যি জনে পৰিশে লোণ। তাইৰ-ঘৰত হৰিব সোণ।' 'শাকত নেখায় লোণ। পিটিকাত যায় তিনি গুণ।' লোণৰ দুষ্প্ৰাপ্যৰ বাবেই এইবোৰ প্ৰবাদৰ সৃষ্টি হৈছে। সোণৰ সলনি লোণদান আৰু নাম-প্ৰসঙ্গত ভকতসকলৰ মাজত লোণ বিলোৱা প্ৰথা আজিও অসমৰ গাৱেঁ-ভূঞে প্ৰচলিত। (যাৰ লোণ খায় তাৰ গুণ গায়।)

অধ্যাপক নিৰ্মলকুমাৰ বসুৱে তেল জাতীয় পদাৰ্থৰ ব্যৱহাৰৰ ওপৰত নিৰ্ভৰ কৰি ভাৰতবৰ্ষৰ আঞ্চলিক সংস্কৃতি নিৰ্ণয় কৰিছে।

অসম, বঙ্গ, উৰিষ্যা, বিহাৰত সৰিয়হ তেল; অন্ধ্ৰ, মাদ্ৰাছ, কেৰেলাত তিল, নাৰিকল আৰু বাদাম তেল; মহাৰাষ্ট্ৰত তিল তেল; পঞ্জাৱ আৰু উত্তৰ প্ৰদেশত ঘিউৰ প্ৰচলন অধিক। অসম-বঙ্গৰ ধৰ্ম্ম আৰু সামাজিক অনুষ্ঠানত (বিবাহত) আৰু মন্ত্ৰাদিত সৰিয়হ আৰু সৰিয়হৰ তেলৰ ব্যৱহাৰ হয় (Culture Zones of India প্ৰৱন্ধ)। লোণ-তেলৰ বাহিৰেও ব্যঞ্জনত সুগন্ধি দ্ৰব্য (মচলা) দিয়া হয়। এইবোৰৰ ভিতৰত হালধি (ব্যঞ্জন চিকণ হালধি), হিং, সৰিয়হ, মেমেধু (ধনীয়া), জিৰা, যনী, জালুক, নহৰু, পনৰু মিথি, কৰ্পূৰ, আদা, আদাৰস দিয়াৰ প্ৰথা। 'ফোৰন মৰা'ৰ উল্লেখো প্ৰাচীন সাহিত্যত আছে। ভাস্কৰবৰ্ম্মাই হৰ্ষবৰ্দ্ধনলৈ পঠোৱা সুগন্ধি দ্ৰব্যৰ ভিতৰত বাঁহৰ চুঙাত ভৰোৱা সুগন্ধি আমৰ ৰস, শীতল কৰ্পূৰ আৰু কস্তুৰী, পকা কক্কোল ফল আৰু পত্ৰ-লৱঙ্গ পুষ্প, জাইফল আছিল। জনজাতি লোকসকলৰ মাজত তেজপাতৰ প্ৰচলন, আৰু অসমৰ তেজপাত ভাৰতৰ অন্য প্ৰদেশলৈ সৰবৰাহৰ কথা প্ৰাচীন বিদেশী পৰ্য্যটকেও বৰ্ণাই গৈছে। গন্ধদ্ৰব্য পিহিবলৈ পটা আৰু পটাগুটি ব্যৱহাৰ কৰা হয়। ডাকৰ বচনতো আছে ঃ

বন্ধন শালত নবাটে পটা।

*　　*　　*

বোলন্ত ডাকে পাঞ্চো বিড়ম্বনা॥

প্ৰধান ব্যঞ্জনৰ বাহিৰেও ভাজি, পুৰি, খৰিকাত দি, পাতত দি, মাছ মঙহ, পুৰাকল, আলু, ফলৰ গুটি (কঁঠাল গুটি), শাক-পাচলি খোৱাৰ ৰীতি। ভজাৰ ভিতৰত শাকৰ খৰ'লি বিশেষ উল্লেখযোগ্য। অৱশ্যে ভাজিতকৈ পুৰি, পাতত অথবা খৰিকাত দি খোৱাৰ ব্যাপক প্ৰচলন। মাঘ বিহুত পোৰা বস্তু খোৱাৰ নিয়ম।

কাঁহুদি-খাৰলি আধুনিক আচাৰৰ দৰে ভোজনৰ লগত ব্যৱহৃত



হৈছিল। খৰিচা (গাজ টেঙা), থেকেৰা, বগৰী গুৰি, আমগুৰি, মাহগুৰিও (বিশেষকৈ কলামাহৰ) লোণ-তেলেৰে সানি ভাতৰ লগত খোৱা হয়। এইবোৰ বতৰতে ৰদত শুকুৱাই টেকেলি বা বাঁহৰ চুঙাত মুখ বান্ধি (হৰ্ষবৰ্দ্ধনলৈ সুগন্ধি গছৰ পাতেৰে মুখ বন্ধা আমৰ ৰসৰ চুঙাকে পঠোৱা হৈছিল) ভবিষ্যতৰ ব্যৱহাৰৰ কাৰণে খোৱা হয়। ডাকৰ ভণিতাত আছে ঃ

ৰৌদ্ৰত কাটিকুটি থৰে শুকায়।<br>
বৰ্ষা চাৰিমাসে বসিয়া খায়॥

ভোজনৰ পিছত মুখ শুদ্ধি বা মুহুদি সাধাৰণতে তামোলেৰেই কৰা হয়। তামোল-পাণৰ অবিহনে ডেৰাচালি খোৱা হয়। কৰ্পূৰ, তাম্বুল, আদা, আমলখি, পিপলি, শিলিখা, মুহুদিৰ অন্যান্য উপকৰণ। পুৰণি লোকোক্তিত আছে ঃ

আদাৰে ভোজন শিলিখাৰে শুদ্ধি<br>
তেবেসে লভিবা আয়ুস বৃদ্ধি॥

আকৌ— ভাতখাই উঠি খাবা তিনি শিলিখা।<br>
কি কৰিব জানা ৰোগ পিলিকা॥

কি শাক-পাচলি কোন সময়ত খাব লাগে, কেতিয়া সংগ্ৰহ কৰিব লাগে, কেনেকৈ কুটিব বাছিব লাগে, সেই সম্বন্ধেও ভালেমান নিয়ম পালন কৰা হয়। ৰাতি তিতা ব্যঞ্জন আৰু দৈ, মাছ-মঙহৰ ব্যঞ্জনৰ লগত গাখীৰ অথবা খাৰ খোৱা নিষিদ্ধ। সেইদৰে কোনো কোনো তিথিতো কোনো কোনো শাক-পাচলি খোৱাৰ নিষেধ আছে—যেনে প্ৰতিপদত কোমোৰা, দ্বিতীয়াত খৰুৱা বেঙেনা, তৃতীয়াত পটল, চতুৰ্থীত মূলা, পঞ্চমীত বেল, সপ্তমীত তাল, অষ্টমীত নাৰিকল, নৱমীত লাও, দশমীত কলমৌ, একাদশীত উৰহী, দ্বাদশীত পুৰৈ, ত্ৰয়োদশীত বেঙেনা, চতুৰ্দ্দশীত কলামাহ,

পূৰ্ণিমা, আঁউসী, সংক্ৰান্তিত মাছ-মঙহ খোৱা নিষেধ। 'দৰঙ্গ ৰাজবংশাৱলী'ত আছে ঃ

বাত পিত্ত কফ শ্লেষ্মা যেন নলজ্ঘয়।
ভোজনৰ দ্ৰব্য সেহি মতে মিলৱয়॥
যি তিথিত যি ব্যঞ্জন খাইতে নিষেধন।
সবাকে জানয় সুপকাৰ শুদ্ধজন॥

শাক-পাচলি দিনৰ পোহৰতে বাছিব কুটিব লাগে ঃ

শাক শুকলতি দিনত বাছে।
সেই ঘৰত জানিবা লখিমী আছে॥

শাক-পাচলি কুটা পদ্ধতিৰ ওপৰত ব্যঞ্জনৰ সোৱাদ নিৰ্ভৰ কৰে ঃ কুটনে চিকণ খাৰধি। কোনো শাক নখেৰে, কোনো শাক মৈদাৰে কুটিব লাগে। আকৌ টেঙাৰ কাৰণে যিদৰে পাচলি কুটা হয়, খাৰ বা খৰলিৰ কাৰণে সেইদৰে কুটিলে ব্যঞ্জনৰ স্বাদ নষ্ট হয়। বিভিন্ন ব্যঞ্জনৰ কাৰণে মাছ-মঙহ কুটা-বছাৰো নিয়ম সুকীয়া। কাৰৈ মাগুৰ মাছৰ দৰে চিতল বা ৰৌ মাছ কুটা নহয়। মাগুৰ-মাছ কুটোতে ছুটুকুৰা কৰি কাটিব নাপায়। চিৰা, মুৰি, পিঠা ভজা-পোৰাত শিল্প-কৌশল প্ৰকাশ পোৱাৰ দৰে পাচলি-খাৰধি বছা-কুটাটো অসমীয়া তিৰোতাৰ বন্ধন-নিপুণতাৰ পৰিচয় পায়।



# বেজ-বেজালি

ভেষজ-বিদ্যাৰ প্ৰথম চৰ্চ্চা গাৱঁলীয়া জীৱনত ; গছ-লতা, বন-পাত, ফল-ফুল, শিয়া-ছালৰ যে বেলেগ দ্ৰব্যগুণ আছে সেই তত্ত্ব সাধাৰণ মানুহেই প্ৰথমে আবিষ্কাৰ কৰে। যুগ যুগৰ অভিজ্ঞতাৰপৰা লাভ কৰা এই জ্ঞান গাৱঁলীয়া মানুহে আজিও ব্যৱহাৰত লগায়। চিকিৎসা-বিদ্যাৰ বৰ্ত্তমান বহু উন্নতি আৰু প্ৰচাৰ হোৱা সত্ত্বেও সাধাৰণ ৰোগ নিৰাময়ৰ কাৰণে গাৱঁলীয়া মানুহে এতিয়াও মন্ত্ৰ-তন্ত্ৰ আৰু বন-দৰৱৰ সহায় লয়। ৰোগ আৰু অপায়-অমঙ্গল দূৰ কৰিবলৈ অসমীয়া মানুহে মন্ত্ৰ আৰু যাদু-বিদ্যা যি দৰে ব্যৱহাৰ কৰে, সেই বিষয়ে "অসমীয়া ভাষা আৰু সংস্কৃতি" পুথিত আলোচনা কৰা হৈছে ; ইয়াত তাৰ পুনৰুক্তি নিষ্প্ৰয়োজন। মন্ত্ৰ-তন্ত্ৰৰ বাহিৰে দেৱ-দেৱী, গ্ৰহ-নক্ষত্ৰ, ভূত-প্ৰেতক সন্তুষ্ট কৰিও ৰোগ-ব্যাধি গুচাবলৈ চেষ্টা কৰা হয়। এই অৰ্থে কামাখ্যা, নৱগ্ৰহ, শিৱদৌল আদি মন্দিৰত নিৰ্দ্দিষ্ট দিন তিথিত পূজা বলি, দান-দক্ষিণা দিয়া হয় ; আৰু পয়োভৰেৰে যাগ-যজ্ঞও পতা হয়। দৈৱজ্ঞ-জ্যোতিষী, বেজ-বেজিনীৰ নিৰ্দ্দেশমতে মাদুলি-কৱচ আৰু নানা ধৰণৰ ধাতুৰ অলঙ্কাৰ সামৰ্থ্যানুযায়ী মানুহে ধাৰণ কৰে। লোক সংস্কৃতিৰ লগত এই বিশ্বাস আৰু ক্ৰিয়া-কৰ্ম্মৰ ঘনিষ্ঠ সম্বন্ধ আজিও সম্পূৰ্ণভাৱে পৰিলক্ষিত।

ৰোগ-ব্যাধি নিবাকৰণৰ এইবোৰ বিধিৰ বাহিৰেও গাৰঁলীয়া মানুহে সদা-সৰ্ব্বদা বন-দৰব ব্যৱহাৰ কৰে। এই বন-দৰব সকলোৱে নিজ নিজ হাউলিৰ ভিতৰতে পায়। বন-দৰবৰ ভিতৰত জীৱ-জন্তু, চৰাই-চিৰিকতি, পোক-পৰুৱাৰ হাড়-মঙহ, তেজ-তেল, পাখি-নখ, মল-মূত্ৰও পৰে। আশ-পাশৰ গছ-গছনি, বন-লতাৰ বিভিন্ন অংশ যেনে, শিয়া, পাত, ছাল, ফুল, কেশৰ, গুটি, কি কি দ্ৰব্যগুণ সম্পন্ন, সেইকথা গাৰঁৰ প্ৰায়বোৰ মতা-তিৰোতাই জানে। সেইদৰে জীৱ-জন্তুৰ হাড়-মূৰ, তেজ-মঙহৰ দ্ৰব্যগুণৰ বিষয়েও তেওঁলোকৰ স্বভাৱলব্ধ জ্ঞান আছে। সেইকাৰণে ইয়াৰ কেতবোৰ ভবিষ্যত ব্যৱহাৰৰ কাৰণে সাঁচি থোৱাও হয়। পুৰণি ঘিউ, পুৰণি গুড়, পুৰণি কোমোৰা, শোকোটা, আমঠু, শুঙি, বাঘৰ তেল, শিহু-ঘঁৰিয়ালৰ তেল গাৰঁৰ বহু মানুহে আটোম-টোকাৰিকৈ সঞ্চয় কৰে। কোনো-কোনো বন-দৰব নিৰ্দ্দিষ্ট তিথি-বাৰ-নক্ষত্ৰত সংগ্ৰহ কৰিলে তাৰ দ্ৰব্যগুণ সম্পূৰ্ণভাৱে ৰক্ষা হয় বুলি বিশ্বাস ; সেইবোৰ সেই দৰে যথা নিয়মে সংগ্ৰহ কৰা হয়। কোনো কোনোৱে স্বপ্নত অথবা সন্ন্যাসীৰপৰাও ঔষধিৰ দ্ৰব্যগুণ সম্বন্ধে জ্ঞান লভে। এনে উপলব্ধিৰ লগত বহু কিম্বদন্তী-উপকথাৰ সংযোগ আছে ; সেইবোৰ সংগ্ৰহ কৰিব পাৰিলে, তাৰপৰাও লোক বিশ্বাসৰ আভাস পাব পাৰি।

গছ-গছনি আৰু জীৱ-জন্তুৰপৰা প্ৰস্তুত কৰা এই দৰবসমূহ দুই প্ৰকাৰে প্ৰয়োগ হয় ; খোৱা দৰব, নোখোৱা দৰব। নোখোৱা দৰব শৰীৰত ঘঁহা হয় ; তাৰে প্ৰলেপ লগোৱা হয় ; কাষলতিৰ তলত অথবা হাতৰ মুঠিত ধৰি থাকিলেও এই দৰবে গুণ দিয়ে বুলি বিশ্বাস। এই খিনিতে ইয়াকো লক্ষ্য কৰিবলগীয়া যে সাধাৰণ মানুহে প্ৰতিটো দ্ৰব্যৰে কেৱল কি স্বতন্ত্ৰগুণ সেইটোকে যে মাত্ৰ জানে সি নহয়—বিভিন্ন দ্ৰব্যৰ সংমিশ্ৰণত নতুনকৈ কি গুণাগুণৰ সৃষ্টি হয়, তাকো জানে। সাধাৰণ



ৰোগ-ব্যাধিসমূহৰ লক্ষণ কি সেই বিষয়েও তেওঁলোকৰ বহুখিনি জ্ঞান আছে।

গাৰঁৰ ভাষা-সংস্কৃতিৰ সংৰক্ষক তিৰোতাসকলেই বুলি অন্য প্ৰসঙ্গত কোৱা হৈছে। বাহিৰৰ লগত আদান-প্ৰদান, অহা-যোৱা নোহোৱাত তিৰোতাসকলৰ ধৰ্ম্মবিশ্বাস আচাৰ-নীতি সাধাৰণতে সংৰক্ষণশীল। তিৰোতাৰ এই ৰক্ষণশীল স্বভাৱে এপিনে যেনেকৈ আমাৰ লোক-সাহিত্য ( সাঁথৰ, যোজনা, নিচুকনি গীত, বিয়ানাম ), সাজ-পাৰ, অলঙ্কাৰ আদি প্ৰাচীন সাংস্কৃতিক ঐতিহ্য জীয়াই ৰাখিছে, সেইদৰে অসমীয়াৰ ভেষজ জ্ঞান-ভাণ্ডাৰকো ৰক্ষা কৰি আছে। গাৰঁৰ প্ৰায়বোৰ বয়সিয়াল তিৰোতাই গৰ্ভধাৰণৰপৰা সন্তান পালনলৈকে সকলো কথা নিয়াৰিকৈ বুজে ; সময়ত দেখা দিয়া ৰোগ, তাৰ লক্ষণ, প্ৰতিৰোধ আৰু প্ৰতিকাৰৰ বিধি-নিষেধ আৰু দৰব-জাতিৰ বিষয়ে জানে। এই জ্ঞান শাহুৰপৰা বোৱাৰীয়ে অথবা মাকৰপৰা জীয়েকে মুখ পৰম্পৰা যুগ যুগ ধৰি লভি আহিছে।

গাঁৱলীয়া তিৰোতাৰ অস্ত্ৰোপচাৰ সম্বন্ধেও যৎসামান্য জ্ঞান নোহোৱা নহয়। গৰ্ভতে মৃত্যুহোৱা সন্তানৰ প্ৰসৱ, সন্তান ওপজাৰ পিছত বাঁহৰ চোঁচেৰে নাই কটা, পোৱাতীৰ ফুল পৰাত সহায় কৰা কাৰ্য্য গাৰঁৰ বহু তিৰোতাই পাৰদৰ্শিতাৰে সম্পাদন কৰে। লৰা-ছোৱালীৰ খহু, গাঁড় বিহ-ফোঁড়াত পকনি দি ( প্ৰলেপ ) পকুৱাই তাক কাঁইটেৰে খুচি অথবা তীক্ষ্ণ অস্ত্ৰেৰে ফালি তেজ-পুঁজ উলিয়াই শুকনি দৰব দি শুকুৱাব জানে।

সন্তানৰ সামান্য ৰোগ-ব্যাধিত তেওঁলোকে উধাতু খাই বেজ-কবিৰাজৰ ওচৰ নেচাপে। লৰা-ছোৱালীৰ কাহ-জ্বৰত তিতাবাহক, পান বা কলীয়া তুলসীৰ ৰস, কৃমিৰ দোষত মদাৰ পাত বা ভেদাই লতাৰ জোল বা সোণ-বৰিয়ালৰ শিপাৰ ৰস, কোষ্ঠবদ্ধতাত পাণ বা কচুৰ ঠাৰিৰ প্ৰয়োগ সকলো গাৱঁলীয়া তিৰোতায়ে জানে।

মানুহৰ ৰোগ-ব্যাধিৰ বাহিৰেও গৰু-ছাগলী, হাতী-ঘোৰা, হাঁহ-

কুকুৰাৰ ৰোগৰ প্ৰতিষেধক বন-দৰব আছে; আজিও সেইবোৰ বহু পৰিমাণে ব্যৱহাৰ কৰা হয়। এই সকলোবোৰ জাতিৰ প্ৰজ্ঞা, জ্ঞান-বিজ্ঞান চৰ্চ্চাৰ প্ৰাচীন পৰিচয়।

ৰোগ নিবাকৰণৰ বাহিৰে ৰোগৰ সৃষ্টি কৰিবলৈকো কু-মন্ত্ৰ আৰু বন-দৰব প্ৰয়োগ হয়। শত্ৰু শালিবলৈ অথবা কোনো দুষ্ট অভিসন্ধিৰ অৰ্থে ইয়াক ব্যৱহাৰ কৰা হয়; এয়ে মন্দকৰা, হৰা দিয়া, আহুদি কৰা। পৰৰ অনিষ্ট সাধনত প্ৰয়োগ হোৱা মন্ত্ৰ আৰু বন-দৰব সংগোপনে ৰখা হয়। গাৱঁৰ সকলো মতা-তিৰোতাই এইবোৰ নেজানে; তাৰ কাৰণে বেজ-বেজিনীৰ সহায় লাগে। বেজ-বেজিনী গাৱঁৰ অপৰিহাৰ্য্য অঙ্গ; হিতকৰ ভালেমান কামত তেওঁলোকৰ প্ৰয়োজন। এওঁলোক কিছু পৰিমাণে প্ৰাচীন ভেষজ বিদ্যা আৰু বিশ্বাস অনুষ্ঠানৰ সংৰক্ষক। বেজ-বেজিনীৰ হাতত এতিয়াও মন্ত্ৰ আৰু সাঁচিপতীয়া বেজালি পুথি আছে। এইবোৰৰ সংগ্ৰহে আৰু বেজ-বেজিনী অনুষ্ঠানৰ আলোচনাই অসমীয়া লোক-সংস্কৃতিৰ অন্য এটা দিক নিশ্চয় উজ্জ্বল কৰিব। অৱশ্যে স্বৰ্গীয় গঙ্গাৰাম দাস তহচিলদাৰে তেখেতৰ 'বৈদ্য অমৰ' গ্ৰন্থত অসমীয়া বনৌষধি আৰু আসুৰিক চিকিৎসা প্ৰণালী বিষয়ে বহু অমূল্য কথাৰ নিদৰ্শন দি গৈছে। তাৰবাবে স্বৰ্গীয় দাসৰ ওচৰত লোক-সংস্কৃতিৰ সাধক সৰ্ব্বতিকাল ঋণী।



# উৎসৱ-অনুষ্ঠান

পঞ্জিকাত বিভিন্ন দেৱ-দেৱীৰ পূজা-অৰ্চ্চনা, উৎসৱ অনুষ্ঠান আৰু বছৰৰ পৱিত্ৰ দিনসমূহৰ উল্লেখ আছে। গাৱঁলীয়া মানুহৰ ধৰ্ম্মমূলক আৰু সামাজিক জীৱনৰ লগত এইবোৰ ওতঃপ্ৰোতভাৱে জড়িত। এইবোৰ পালনৰ আচাৰ-ব্যৱস্থা, ক্ৰিয়া-কাণ্ড, উপবাস, স্নান, দান আৰু দক্ষিণাৰ নিয়মৰ বিষয়ে শাস্ত্ৰৰ বিধি আছে। এইবোৰ মূলতে সৰ্ব্বভাৰতীয়। ইয়াৰ বাহিৰেও ভালেমান আঞ্চলিক পূজা-পাৰ্ব্বণ আৰু লৌকিক উৎসৱ-অনুষ্ঠান গাৱঁৰ মানুহে গোটেই বছৰ পালন কৰে। এই লৌকিক আৰু সামাজিক উৎসৱ-অনুষ্ঠানসমূহ জাতি-ধৰ্ম্ম-নিৰ্ব্বিশেষে সকলো মানুহেই পালে। ধৰ্ম্ম বা সমাজ, যিহৰ লগতেই এই পৰ্ব্ববোৰ সংযুক্ত নহওক, ইবোৰে যে গাৱঁৰ গতানুগতিক জীৱনক আনন্দমুখৰ কৰি তোলে তাত সন্দেহ নাই।

একাদশী, আউসী, পূৰ্ণিমা, চন্দ্ৰগ্ৰহণ, সূৰ্য্যগ্ৰহণ, সংক্ৰান্তি আদি সাধাৰণভাৱে পালন কৰা পৱিত্ৰ দিন। একাদশীৰ ভিতৰত আষাঢ় মাহৰ শয়ন বা বিষ্ণুশয়ন একাদশী প্ৰধান। কাতি মাহৰ উত্থান একাদশী, মাঘৰ ভীম একাদশী আৰু বহাগৰ পাৰ্শ্ব একাদশী উল্লেখযোগ্য। এই দিনবোৰত গাৱঁলীয়া মানুহে হালবোৱা আদি কৃষি-কাৰ্য্যৰপৰা বিৰত থাকে; তিৰোতাই ধান সিজোৱা, ধান বনা আদি সদায় কৰি থকা গৃহস্থালিৰ কামৰপৰা বিশ্ৰাম লয়।

গ্ৰহণত স্নান-দান পুণ্য কাম। মাঘৰ মাঘী-সপ্তমীত আৰু চ'তৰ অশোকাষ্টমীত ব্ৰহ্মপুত্ৰত পুণ্য-সঞ্চয়ৰ অৰ্থে স্নান কৰা হয়। অশোকাষ্টমীত দুখ-শোকৰপৰা ৰক্ষা পাবলৈ অশোক ফুলৰ পাহি চোবোৱা নিয়ম। পুৰাণ আৰু স্মৃতি-শাস্ত্ৰত অসমৰ বহু নদ-নদীক পবিত্ৰ বুলি গণ্য কৰা হৈছে। তাৰে ভিতৰত কৰতোয়া, ব্ৰহ্মপুত্ৰ, স্বৰ্ণশ্ৰী ( সোৱণশিৰি ), মঙ্গলা, বল্লভা ( বৰলিয়া ), ভট্টাৰিক ( জীয়া ভৰলী ), বৃদ্ধগঙ্গা ( বুঢ়ী গাং ) দিক্কৰবাসিনী ( ডিক্ৰৌ ) ইত্যাদি প্ৰধান। অমাৱস্যা, পূৰ্ণিমা আৰু অন্যান্য পূজা-পাৰ্ব্বণত এই নদীবোৰত স্নান, দান, তৰ্পণ কৰিলে মহাপুণ্য লাভ হয়। অন্যান্য নদীৰ ভিতৰত দিখৌ আৰু দয়াং নদীক নগাসকলে বিশেষ পৱিত্ৰ জ্ঞান কৰে। দৈয়াং বা টংপু নৈৰ পানীক সাক্ষী কৰি নগাসকলে শপত খায়। কিন্তু "কোনোবাই যদি সেই নদীৰ পানীক সাক্ষী কৰি মিছা শপত খালে—তেন্তে তেওঁ আৰু সেই নদী পাৰো হব নোৱাৰে, তাৰ পানীতো ছুনাই নামিবহি নোৱাৰে। কাৰণ, তেনে কৰিলেই তেওঁৰ মৃত্যু অৱশ্যম্ভাৱী। কেৱল সেয়েই নহয়, সেই নৈৰ পানীৰপৰা মাছ এটা নি খোৱাৰপৰাও তেওঁ ওৰে জীৱনলৈ বঞ্চিত হব; কাৰণ সেই মাছ খালেই তেওঁৰ মৃত্যু ধুৰুপ।"

পূজা-পাৰ্ব্বণবোৰৰ ঘাইকৈ ধৰ্ম্মৰ লগত সম্বন্ধ। গতিকে ভিন ভিন ধৰ্ম্মা-ধৰ্ম্ম-মতাৱলম্বীৰ মাজত ভিন ভিন ধৰ্ম্মানুষ্ঠানৰ ব্যৱস্থা আছে। ধৰ্ম্মানুযায়ী এইবোৰক শৈৱ, শাক্ত, গাণপত্য, বৈষ্ণৱ আদি ভাগত শ্ৰেণী বিভাগ কৰিব পাৰি। কিন্তু গাৱঁত সকলো ধৰ্ম্মৰ মানুহে একেলগে বাস কৰে; তদুপৰি এই পূজা-পাৰ্ব্বণবোৰৰ লগত লৌকিক আনন্দ-উৎসৱ সাঙোৰ খাই আছে। গতিকে বহু ক্ষেত্ৰত শাক্তৰ পূজা-পাৰ্ব্বণত বৈষ্ণৱে যোগ দিয়ে; সেইদৰে বৈষ্ণৱৰ উৎসৱত শাক্তসকলেও সহযোগ কৰে। সমিল-মিলভাৱে এইবোৰৰ পালনত ধৰ্ম্ম-বিদ্ৰোহ বা বিৰোধ নঘটে।



"অসমীয়া সংস্কৃতিৰ ইতিহাস" নামৰ ইংৰাজী গ্ৰন্থত শৈৱধৰ্ম্ম যে অসমত প্ৰাচীন কালৰেপৰা চলিছিল তাক প্ৰমাণ কৰা হৈছে। যি কোনো কাৰণেই নহওক, শৈৱধৰ্ম্ম অসমত ব্যাপকভাৱে প্ৰচলিত হৈছিল; আৰু এই ধৰ্ম্মই জনজাতিসকলৰ মন অপূৰ্ব্বভাৱে আকৰ্ষণ কৰিছিল। জনজাতিসকলৰ বিশ্বাস-অনুষ্ঠান, আখ্যান-কিম্বদন্তীৰ লগত সানমিহলিৰ ফলত সৰ্ব্বভাৰতীয় শৈৱধৰ্ম্মৰ এক অসমীয়া গ্ৰাম্য সংস্কৰণৰ সৃষ্টি হৈছে। দেৱাদিদেৱ মহাদেৱৰ কল্পনাৰপৰা ভস্মসনা, ভাং-ধুতুৰা সেৱক, তিৰোতাৰ লগত কাজিয়া কৰা, কছাৰী ৰমণীত সম্ভোগ কৰা, এক সাধাৰণ দেৱতাত শিৱ ৰূপান্তৰিত হৈছে। জনজাতিসকলে নানা নামত আৰু নিজা আচাৰ-বিধিৰে শিৱক আজিও পূজা কৰে। কছাৰীসকলৰ বাথৌ ব্ৰাই আৰু সাধাৰণৰ বুঢ়া-বুঢ়ী, খেতৰ-খেতৰণী আদি গাৱঁলীয়া দেৱতা শিৱৰ ৰূপান্তৰ বুলি অনেকে অনুমান কৰে। শিৱ-পূজাত শাস্ত্ৰসম্মত বলি বিধান আৰু উপচাৰৰ বাহিৰেও কুকুৰা-গাহৰি, পকান্ন লাওপানী উচৰ্গি আৰু দেওধনি আদি নৃত্য-গীতেৰে কৰা হয়। দৰঙ্গ ৰাজবংশাৱলীত কছাৰী মতে সদাশিৱৰ পূজা কৰা প্ৰসঙ্গত আছে :

হংস পাৰ মদ ভাত মহিষ শূকৰ।
কুকুৰা ছাগল উপহাৰ নিৰন্তৰ॥
পাতিলা নাচন তথা মাদল বজাই।
সবাৰো মাজত তুলিলন্ত দেওধাই॥

পুৰণি শিৱমন্দিৰৰ বাহিৰেও শিৱথান, বুঢ়াবুঢ়ীৰ থান নামৰ কেতবোৰ পুণ্যস্থানত গোট বা চটা শিল অথবা ঢিপক শিৱজ্ঞান কৰি বিশেষকৈ উৎসৱ পাৰ্ব্বণত পূজা কৰা হয়। শৈৱ উৎসৱৰ ভিতৰত শিৱৰাত্ৰি বিশেষ জনপ্ৰিয়। ফাগুন মাহৰ এই উৎসৱত উমানন্দ, দেৰগাওঁ আৰু শিৱসাগৰৰ শিৱদৌল, তেজপুৰৰ শিঙৰি, মহাভৈৰৱ আদি মন্দিৰত প্ৰদেশৰ নানা ঠাইৰ শিৱভক্ত আৰু

শৈৱ সাধু-সন্ন্যাসী গোট খায়হি। এই উৎসৱৰ লগত মেলা বহে; নাচ-গানৰ ব্যৱস্থা থাকে। এই আনন্দ-অনুষ্ঠানত ভিন্নপন্থী লোকেও যোগ দিয়ে। অসমৰ বহু অঞ্চলত 'শিৱথান' বুলি কেতবোৰ পৱিত্ৰ স্থান আছে। শিৱথানসমূহতো সমাৰোহেৰে শিৱৰাত্ৰি উৎসৱ পালন কৰা হয়।

আষাঢ় মাহৰ অম্বুবাচী কামাখ্যা মন্দিৰৰ প্ৰধান উৎসৱ। এই উৎসৱলৈ সৰ্ব্বভাৰতীয় তীৰ্থযাত্ৰী আহে; তাত সৰ্ব্বভাৰতীয় সাধু-সন্ন্যাসী, আৰু তেওঁলোকৰ ধৰ্ম্ম, চিন্তাধাৰা, জীৱন-যাপনৰ লগত অসমীয়া মানুহৰ পৰিচয় ঘটে। তাৰে ফলত এক সৰ্ব্বভাৰতীয় জীৱনাদৰ্শ আৰু সাংস্কৃতিক ঐক্যৰ সূচনা হয়। এই উৎসৱত আয়োজন কৰা মেলা জাতীয় শিল্প-প্ৰদৰ্শনীত পৰিণত হয়।

প্ৰাচীন শাস্ত্ৰকাৰকসকলৰ মতে অম্বুবাচী মূলতে শস্য উৎসৱ। বাৰিষাৰ বৰষুণৰ লগে লগে পৃথিৱীত শস্য গজি উঠে; সেই কাৰণে অম্বুবাচীত পৃথিৱী ঋতুমতী হোৱা বুলি বিশ্বাস। বিধৱাসকলে উৎসৱৰ দিন কেইটাত উপবাসে থাকি ব্ৰত পালন কৰে। কোনো কোনো অঞ্চলত মাটিৰ চৰুত মাটি পানী থৈ তাত শস্যৰ বীজ সিঁচা হয়। উৎসৱৰ অন্তত গজি উঠা সেই শস্য চৰুৰে সৈতে নদীত উটাই দিয়ে।

বৰতীয়া বিধৱাসকলে সেই কেইদিন মুঠেই ফলাহাৰহে কৰে। অম্বুবাচীৰ পূৰ্ব্বেই আম কঠাল আদি ফল সংগ্ৰহ কৰি পৃথিৱীৰ লগত সম্পৰ্ক নোহোৱাকৈ চাঙৰ ওপৰত তুলি থয়। কোনো কোনো বিধৱাই এই কেইদিন নদী বা নদীৰপৰা পানীও নোতোলে।

শাক্তসকলৰ পূজাৰ ভিতৰত শাৰদীয় দুৰ্গাপূজা বৰ্ত্তমান ব্যাপক-ভাৱে পালন কৰা হয়। অসমত শাক্তপূজা অনুষ্ঠানৰ ঐতিহ্য অতি প্ৰাচীন। কামৰূপ প্ৰাচীন কালৰপৰাই শাক্ত ধৰ্ম্মৰ কেন্দ্ৰ আছিল আৰু কামাখ্যা ইয়াৰ প্ৰধান মন্দিৰ। অসমত শাক্ত ধৰ্ম্মৰ ইতিহাস সুদীৰ্ঘ। বহুতো ধৰ্ম্ম-নিৰপেক্ষ আৰু ধৰ্ম্মমূলক অনুষ্ঠানত



ইয়াৰ স্পষ্ট অৱদান আছে। অসমীয়া সংস্কৃতিত শাক্ত ধৰ্ম্মৰ প্ৰভাৱ নুই কৰিব নোৱাৰি।

শাক্ত পূজাৰ ক্ৰিয়াকাণ্ড আৰু শাক্ত দৰ্শনৰ বিষয়ে অনেক পুথি সংস্কৃতৰপৰা অসমীয়ালৈ অনুবাদ কৰা হৈছিল। আনকি অসমত কালিকাপুৰাণ, হৰগৌৰী-সম্বাদ, যোগিনীতন্ত্ৰ, কামাখ্যাতন্ত্ৰ আদি শাক্ত ধৰ্ম্মৰ ক্ৰিয়া-পদ্ধতি সম্পৰ্কীয় অনেক পুথি সংস্কৃত ভাষাতে লিখা হৈছিল।

সঙ্গীতৰ ক্ষেত্ৰতো ইয়াৰ গুৰুত্বপূৰ্ণ বিকাশ হৈছিল। বৈষ্ণৱ-সকলৰ দৰে শাক্তসকলেও অসমীয়াত এক শ্ৰেণীৰ স্তোত্ৰ ৰচনা কৰিছিল। এই স্তোত্ৰবিলাক এতিয়াও প্ৰাৰ্থনা সঙ্গীত হিচাবে পূজাৰীসকলে গায়। দুৰ্গাপূজাত গোৱা আগমনী (আদৰণি) আৰু বিজয়া (বিদায়) গীতিসমূহ গভীৰতা আৰু ঐকান্তিকতাৰে গাম্ভীৰ্য্যপূৰ্ণ। শাক্ত দেৱ-দেৱীৰ পূজাৰ ফলত বহুতো বিভিন্ন ছন্দ সম্বলিত অসমীয়া স্তোত্ৰৰ সৃষ্টি হৈছে।

অসমৰ শাক্ত-কলা মূলতঃ সৰ্ব্বভাৰতীয় ঐতিহ্যৰ অনুগামী। আহোম যুগত নিৰ্ম্মাণ কৰা শাক্ত মন্দিৰসমূহৰ অৱশ্যে কিছুমান নিজস্ব বৈশিষ্ট্য আছে। ইয়াৰ নিদৰ্শন মন্দিৰ আৰু প্ৰাচীৰৰ মূৰ্ত্তিত দেখা যায়। এই প্ৰসঙ্গত দেউলত ত্ৰিশূল আৰু ময়ূৰ, আৰু দেৱালত শক্তিপূজাৰ লগত জড়িত পক্ষী আৰু জন্তুৰ প্ৰতীক-মূৰ্ত্তি বিশেষ-ভাৱে উল্লেখযোগ্য। কোনো কোনো দেৱ-দেৱী মন্দিৰত কুকুৰাৰ মূৰ্ত্তিও কটা হয়। জনজাতীয়সকলে দেৱীৰ আগত কুকুৰা বলিও দিয়ে। মঙলদৈৰ কুকুৰাকটা থানত নৰকাসুৰে কামাখ্যাক পত্নী-ৰূপে নেপাই কুকুৰাৰূপী ভৈৰৱীক বধ কৰিছিল বুলি লোকশ্ৰুতি আছে। হিন্দুশাস্ত্ৰতো দেৱীৰ লগত কুকুৰাৰ সম্বন্ধৰ বিষয়ে উল্লেখ আছে। চণ্ডীত কুকুৰাই কাৰ্ত্তিকক আৱৰি থকাৰ উল্লেখ আছে:

ময়ূৰে কুক্কুটেবৃতে মহাশক্তিধৰেঽনঘে।
কৌমাৰী ৰূপ সংস্থানে নাৰায়ণি নমস্তুতে॥ (চণ্ডী ১১।১৫)

শিৱাৰ্চ্চন চন্দ্রিকাৰ সুব্রহ্মণ্যমন্ত্র প্রকৰণত ম'ৰা আৰু কুকুৰাক স্কন্দৰ বাহনস্বৰূপে পূজা কৰাৰ বিধান আছে। মহাভাৰতত আছে ঃ

ত্বং ক্রীড়সে ষন্মুখ কুক্কুটেন
যথেষ্ট নানাবিধ কামৰূপী
দীক্ষাসি সোমো মৰুতঃ সদৈৱ
ধৰ্ম্মোসি বায়ুৰচলেন্দ্র ইন্দ্রঃ।

"হে ষড়ানন, তুমি কুকুৰাৰে ধেমালি কৰা ; তুমি নিজৰ ইচ্ছা অনুসৰি ৰূপ ধাৰণ কৰা। তুমিয়েই দীক্ষা, সোম, মৰুৎ, ধৰ্ম্ম, বায়ু, গিৰিৰাজ আৰু ইন্দ্র।"

শাক্তসকলে দেৱী-পূজাত বিশেষ গুৰুত্ব আৰোপ কৰাৰ ফলত বিভিন্ন দেৱী-মূৰ্ত্তিৰ উদ্ভৱ হৈছে। এই দেৱীসকলৰ ভিতৰত প্রধান হ'ল মহিষ-মৰ্দ্দিনী, কামাখ্যা, ভুবনেশ্বৰী, কালী, উগ্রতাৰা, ত্রিপুৰেশ্বৰী, চণ্ডী, চণ্ডিকা ( কামৰূপৰ ছয়গাৱঁত এই দেৱীৰ মন্দিৰ আছে ), দুৰ্গা, জয়দুৰ্গা, ভৈৰৱী, বসুন্ধৰী, ব্যাঘ্রেশ্বৰী (গোৱালপাৰা), বুঢ়ী গোঁসানী, কেচাইখাতী, চামুণ্ডা। কামাখ্যা আৰু নগাওঁ জিলাৰ ন-ভঙাত পোৱা চামুণ্ডাৰ মূৰ্ত্তি ভাৰতীয় মূৰ্ত্তি-শিল্পৰ ইতিহাসত এটি আপুৰুগীয়া সম্পদ। এই প্রায় সকলো দেৱীৰেই নিজা নিজা মন্দিৰ আছে ; এই দেৱীসকলক বিশেষ পূজা-পাতল আৰু বলি-বিধানেৰে আজিও পূজা কৰা হয়। কেচাইখাতী গোঁসানীৰ আগত নৰবলি হৈছিল। কোনো কোনো দেৱীৰ আগত ফৰিং আৰু কলীয়াকচুও বলি দিয়া হৈছিল। হাজোৰ ওচৰৰ ব্যাঘ্রেশ্বৰীৰ আগত ফৰিং কাটি বলি দিয়াৰ জনশ্রুতি আছে। দৰঙ্গ ৰাজবংশাৱলীত বিশ্বসিংহই দুৰ্গাক ফৰিং কাটি পূজা দিয়াৰ প্রসঙ্গত আছে ঃ

"দুৰ্গাক পূজিবে প্রতি কৰিলেক মন।
গোৰোখীয়াসকলক বুলিলা বচন॥



শুন গোৰখীয়াসৱ মোৰ আজ্ঞা ধৰ।
ফৰিঙ্গ ধৰিয়া আনি দিওক সত্বৰ॥
দুৰ্গাক পূজিবে মোৰ লাগে ভক্তি ভাৱে
পূজা কৰি নমস্কাৰ কৰোঁ তান পাৱে॥
গোৰখীয়াসৱে শুনি প্রচণ্ড বচন।
বনত পশিলা সৱে ফৰিঙ্গক পণ॥
বিচাৰি ফৰিঙ্গ ধৰি অসংখ্যাত পাইলা।
সমস্তে ফৰিঙ্গ আনি বিশুত জোগাইলা॥
উভতাই লৰু আনি তথাতে পুতিলা।
কাকোৱা বাঁহৰ চোচ খড়গ কৰিলা॥
ভক্তিভাৱে উচৰ্গিল ফৰিঙ্গ যতেক।
সমস্তকে কাটি পূজা কৰিলা প্রত্যেক॥

শাক্তসকলৰ পূজাত কেতবোৰ ভয়ঙ্কৰ মূৰ্ত্তিৰো কল্পনা আছে। এই ভয়াৱহ মূৰ্ত্তি আৰু তাৰ লগত জড়িত পূজা-পদ্ধতি জনজাতীয় উপাখ্যান আৰু লোকবিশ্বাসৰপৰা গ্রহণ কৰা হৈছে বুলি কোনো কোনোৱে অনুমান কৰে। ডক্টৰ ৰমাপ্রসাদ চন্দৰ মতে বিন্ধ্য-বাসিনী, কিৰাটিনী, আনকি দুৰ্গাও শবৰ আৰু পুলিন্দসকলৰপৰা অহা দেৱী। আৰু এটা কথা লক্ষ্য কৰিবলগীয়া যে শাক্তসকলে কোনো কোনো মন্দিৰ পৰ্ব্বতৰ শৃঙ্গ আৰু অগম্য অৰণ্যত প্রতিষ্ঠা কৰিছিল। ইয়াৰ উদ্দেশ্য আদিবাসী আৰু জনজাতিৰ মাজত হিন্দু-ধৰ্ম্ম আৰু সংস্কৃতিৰ বিস্তাৰ কৰা। শাক্তসকলে এই পূজা-পদ্ধতি আৰু অনুষ্ঠানৰ যোগে বিভিন্ন জাতি আৰু উপজাতিৰ মাজত সাংস্কৃতিক সমন্বয় সাধনৰ চেষ্টাও কৰিছিল। দুৰ্গাপূজাৰ সবৰোৎসৱ আৰু নৱপত্রিকা অনুষ্ঠান এই প্রসঙ্গত তাৎপৰ্য্যপূৰ্ণ। অসমীয়া জীৱন আৰু সমাজলৈ শাক্তসকলৰ ই এটা বিশিষ্ট দান।

শাক্তপূজাৰ প্রকাৰ প্রধানতঃ তিনিটা—জপ, হোম আৰু তৰ্পণ। জপ হ'ল পূজাৰ পদ্ধতি ; ইয়াত দেৱীৰ মূলমন্ত্র স্মৰণ

